# পিকিঙৰ চিঠি

[ LETTER FROM PIKING ]

মূল লিখিকা :
পাৰ্ল এচ্ বাক্

অসমীয়া ৰূপান্তৰ :
শ্ৰীমুক্তানন্দ শৰ্মা

লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী

PIKINGAR CHITHI : Pearl S. Buck's English Novel 'Letter from Piking' translated into Assamese by Shri Muktananda Sarmah, M. A., ACS, and published by Shri K. N. Dutta Baruah, Lawyer's Book Stall, Panbazar, Guwahati-781001.
First edition : April, 1992.

প্ৰথম প্ৰকাশ : এপ্ৰিল, ১৯৯২

প্ৰকাশক :
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
লয়াৰ্ছ বুক ষ্টল
পাণবজাৰ : গুৱাহাটী-৭৮১০০১

মুদ্ৰক :
মদন প্ৰেস
শ্ৰীতৰুণ কুমাৰ
১/১সি গোয়াবাগান ষ্ট্ৰীট
কলিকতা-৭০০ ০০৬

মূল্য : ৩৫'০০ টকা মাত্ৰ

নোবেল বঁটা বিজয়ী পাৰ্ল এচ বাকৰ

# পিকিঙৰ চিঠি

# *LETTER FROM PIKING*

## অনুবাদকৰ এষাৰ

সমসাময়িক বিশ্বৰ অতি জনপ্ৰিয় আৰু সন্মানিত সাহিত্যিক সকলৰ অন্যতমা— পাৰ্ল এচ্ বাক। 'দি গুড্ আৰ্থ' উপন্যাসখনৰ বাবে তেওঁ নোবেল বঁটা লাভ কৰিছিল যদিও আন আন উপন্যাস কিথনো সাহিত্যপ্ৰেমী ৰাইজৰ বাবে মূল্যবান সংযোজন। আমেৰিকাৰ পৰা আহি প্ৰাচ্যৰ ঐতিহ্যপূৰ্ণ দেশ চীন, জাপান আৰু ভাৰতবৰ্ষৰ পটভূমিত কাহিনী ৰচনা কৰি পাৰ্ল বাকে গভীৰ অধ্যয়নপুষ্ট মন আৰু মানবচৰিত্ৰ অঙ্কনত অপূৰ্ব দক্ষতাৰ চানেকি প্ৰদৰ্শন কৰিছে। তেওঁৰ অমৰ লিখনিত প্ৰাচ্য আৰু প্ৰতীচ্যৰ মিলনৰ সাঁকো ৰচিত হৈছে। হিংসা, দ্বেষ আৰু ৰাজনৈতিক 'ইজম'ৰ সংঘাতত জৰ্জৰিত মানব সমাজলৈ পাৰ্ল বাকৰ সাহিত্যিক অবদান সমূহৰ গুৰুত্ব সেয়ে বিশেষ তাৎপৰ্য্যপূৰ্ণ।

তেওঁৰ 'পিকিঙৰ চিঠি'খন চীন আৰু আমেৰিকাৰ পটভূমিত ৰচিত এখন হৃদয়গ্ৰাহী উপন্যাস। কাহিনীৰ সময় খৃষ্টীয় কুৰি শতিকাৰ চতুৰ্থ দশক। চীনত তেতিয়া কমিউনিষ্ট আন্দোলন ক্ৰমে শক্তিশালী হৈ উঠিছে। পুৰণিকলীয়া শাসন আৰু সমাজ ব্যৱস্থাৰ আমূল পৰিবৰ্তন বিচাৰি চীনৰ ডেকাচামে এই আন্দোলনৰ নেতৃত্ব দিছিল। এই আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা বাবে মাৰ্কিন বিবয়া মেক্লিয়ডৰ চীনা পত্নী আইলানক ৰাজদ্ৰোহৰ অপৰাধত প্ৰাণদণ্ড দিয়া হ'ল। তেওঁলোকৰ একমাত্ৰ সন্তান জেৰাল্ড পিতৃ-মাতৃৰ অপত্য স্নেহৰ পৰা বঞ্চিত হৈ আমেৰিকাত ডাঙৰ দীঘল হ'ল আৰু মাৰ্কিন গাভৰু এলিজাবেথৰ সৈতে প্ৰণয় পাশত আবদ্ধ হ'ল। আমেৰিকাৰ শিক্ষা সাং কৰি আহি পিকিঙত যেতিয়া তেওঁলোকে দাম্পত্য জীৱনৰ পাতনি মেলিলে, বিপ্লৱৰ জুই চীনত তেতিয়া দপদপকৈ জ্বলি উঠিছে। বিপ্লৱীসকলে পিকিং দখল কৰাৰ পিচত অৰ্দ্ধচীনা স্বামী জেৰাল্ডক এৰি একমাত্ৰ ল'ৰাক বুকুত সাৱটি এলিজাবেথ ভগ্ন হৃদয়েৰে নিজ দেশলৈ উভতি আহিল। আহিবৰ বাধ্য হ'ল। এই বিচ্ছেদৰ কালছোৱা চুটি হবলৈ এলিজাবেথ দম্পতীয়ে বিমানে কামনা কৰিলে, ৰঙাচীনৰ চৰকাৰে জেৰাল্ডৰ গতিবিধিৰ ওপৰত সিমানে তীক্ষ্ণ নজৰৰ ব্যৱস্থা কৰিলে। অৱশেষত পিকিঙৰ পৰা সেই অমঙ্গলীয়া চিঠিখন এলিজাবেথে পালে। স্বামীৰ পৰা ভুলাই চিঠি আশা কৰাটো আকাশকুসুম কল্পনা মাথোন বুলি প্ৰিয়তমা পত্নীয়ে উপলব্ধি কৰিলে। এই নিৰ্মম সত্যৰ উপলব্ধি যে কেনে মৰ্মন্তুদ তাক পাৰ্ল বাকৰ মুখেৰে

শুনাই ভাল। কিন্তু তাতকৈও হৃদয়বিদাৰক বাতৰি এটিৰ বাবে এলিজাবেথ সমূলি প্ৰস্তুত নাছিল। প্ৰিয়তমাৰ সান্নিধ্যলৈ পলাই আহিবৰ চেষ্টা কৰোঁতে আততায়ীৰ পিস্তলৰ গুলীত নিজৰ পদুলিমুখতে জেকবৰ দেহ বাগৰি পৰিল। এই পৈশাচিক দুৰ্ঘটনাৰ বাতৰি একে সময়তে সুদূৰ আমেৰিকাত এলিজাবেথক কোনে দিলে বাৰু? এই সকলোবোৰ ঘটনাৰ অতি করুণ আৰু বাস্তৱচিত্ৰ এখন অতি মৰ্মস্পৰ্শী ভাষাত এই পুথিখনিত পাৰ্ল বাকে প্ৰকাশ কৰিছে। অনুবাদত তাৰ মাধুৰ্য্য কিমানখিনি প্ৰকাশ পাইছে তাৰ বিচাৰৰ ভাৰ সুধীসমাজৰ ওপৰতে দিলো।

১৯৭১ চনতে 'পিকিঙৰ চিঠি'ৰ পাণ্ডুলিপিখন সমাপ্ত কৰি অতদিনে প্ৰকাশ কৰিব নোৱাৰাটো নিঃসন্দেহে দুখৰ কথা অকল অনুবাদকৰ বাবেই নহয়, অসমীয়া সাহিত্য ভালপোৱা প্ৰতিজন শিক্ষিত লোকৰ বাবেই এয়া চিন্তাৰ বিষয় হোৱা উচিত। অসম সাহিত্য সভাৰ ফালৰ পৰাও বৰেণ্য লিখকৰ অনুবাদ অসমীয়াত প্ৰকাশ কৰা বিষয়ে কাৰ্য্যকৰী ব্যৱস্থা ললে ভাল হয়।

পাৰ্ল বাকৰ 'দি হিডন্ ফ্লাৱাৰ' উপন্যাসখনি 'বনফুল' নাম দি ১৯৬৬-৬৭ চনতে প্ৰকাশ কৰা হৈছিল। পঢ়ুৱৈ সমাজে আদৰ কৰা দেখি লগে লগে দ্বিতীয় প্ৰয়াস হিচাবে 'পিকিঙৰ চিঠি' খনি অনুবাদ কৰা হৈছিল। যদিও প্ৰকাশ হওঁতে বহুতো পলম হৈ গ'ল। তথাপি পুথিখনি পঢ়ুৱৈ সমাজক দিব পৰাৰ মূলতে সাহিত্য প্ৰেমী প্ৰকাশক শ্ৰীযুত খগেন্দ্ৰনাৰায়ণ দত্তবৰুৱালৈ আন্তৰিক ধন্যবাদ আৰু শলাগ যাচিলো।

অসম কৃষি বিশ্ববিদ্যালয় — মুক্তানন্দ শৰ্মা

যোৰহাট — ৯।৮।৮৯

# পিকিঙৰ চিঠি

১৯৫০ চন। চেপ্তেম্বৰ মাহৰ পঁচিশ তাৰিখ। ঠাই? ভাৰমণ্টৰ পাহাৰৰ মাজৰ এই সমতলভূমি। এয়ে মোৰ জন্মভূমি। ইয়াতেই শৈশৱৰ দেওনা পাৰ হৈ যৌৱনত ভৰি দিছিলো আৰু এদিন ইয়াৰ পৰাই মই সমুদ্ৰ পাৰ হৈ গ'লো। মোৰ প্ৰিয়তমৰ দেশকে মই নিজৰ দেশৰ দৰে আপোন কৰি ললো। এনেতে আহিল যুদ্ধ। মই আপোন কৰি লোৱা নগৰখনে এদিন মোক বিদেশী বুলি ঘোষণা কৰিলে। মই পুনৰ জন্মভূমিলৈ উলটি আহিলো।

মাত্ৰ আধা ঘণ্টা আগেয়ে মই ৰঙা আৰু সোণবৰণীয়া 'মেপল' গছৰ মাজৰ লুংলুঙীয়া বাটটোৰেদি নামি গৈছিলো—ডাকপিয়নটোক লগ পাবলৈ। ভাৰমণ্টৰ পাহাৰবোৰৰ মাজৰ এই দূৰণিবটীয়া আৰু আওহতীয়া ঠাইলৈ সি মাথো তিনিদিন আহে সপ্তাহত, আৰু সেই তিনিওদিনেই ৰাতিপুৱাটো মোৰ বাবে হৈ পৰে অতি দীঘল আৰু অশান্ত। বৈ বৈ সদায়ে ভাবোঁ আজি পিকিঙৰ পৰা এখন চিঠি আহিব, জেৰল্ডৰ চিঠি। আজি কেবা মাহো চিঠি পোৱা নাই। কিন্তু আজি এখন পালোঁ। পিয়নটোৱে চিঠিৰ দ'মটোৰ পৰা মোৰখন উলিয়াই দি ক'লে, "এয়া আপোনাৰ বহু প্ৰত্যাশিত চিঠিখন।"

সি আঁতৰি নোযোৱালৈকে মই চিঠিখন খোলা নাছিলোঁ। পিচত শৰত কালৰ ৰ'দত জিলিকি উঠা মেপল্ গছৰ ছাঁত অকলে থিয় হৈ মই চিঠিৰ খামটো খুলিলোঁ। মই যিমানে পঢ়ি গলো মোৰ বিশ্বাস হ'ল এইখনেই চিঠি, এইখনৰ বাবেই মই অপেক্ষা কৰি আছিলো। জেৰল্ডৰ চিঠিয়ে মোক অবাক কৰিব নোৱাৰে। জেৰল্ডৰ কোনো কামেই মোক চক্ খুৱাব নোৱাৰে, আঘাত দিয়াটো দূৰৈৰ কথা। মই তেওঁক ভাল পাইছিলো, এতিয়াও পাওঁ আৰু আগলৈও মোৰ এই ভালপোৱা অটুট থাকিব।

চিঠিখন পঢ়ি শেষ কৰিলো। এবাৰ দুবাৰ নহয়, কেবাবাৰো। নীৰৱ শাৰদীয় বতৰ, অকণো বতাহ নাই, গছৰ পাতবোৰ তললৈ ওলমি আছে। জেৰল্ডৰ মাত মই যেন স্পষ্টকৈ শুনিছিলো; চিঠিত লিখা কথাবোৰ তেওঁ মোৰ কাণে কাণে কৈ গৈছিল:

প্ৰিয়তমা মোৰ,

প্ৰথমতে মোৰ বক্তব্যখিনি কোৱাৰ আগেয়ে তোমাক মোৰ অন্তৰৰ কথাটি

জনাই থওঁ যে মই কেৱল তোমাকেহে ভাল পাওঁ। মই এতিয়া যিয়েই নকৰো লাগে, মনত ৰাখিবা—মোৰ প্ৰেমৰ পাত্ৰী সদায় তুমিয়েই। মোৰ পৰা আৰু যদি কাহানিও চিঠি নোপোৱা তথাপি জানিবা মোৰ অন্তৰে নিতৌ তোমালৈ লেখিয়েই আছে।

এয়াই আছিল চিঠিখনিৰ আৱৰ্ত্তণি। যিমানেই পঢ়ি গৈছিলো নপঢ়াখিনিৰ মৰ্মও আগেয়ে অনুভৱ কৰিছিলো। পিচৰখিনি যেন নপঢ়াকৈয়ে বুজি পাইছিলো। চিঠি পঢ়া শেষ কৰি ঘৰলৈ খোজ ললো, কাণত জেৰল্ডৰ কথাবোৰ ৰিণি ৰিণি বাজি থাকিল। বেণী স্কুললৈ যোৱাৰ পিচত ঘৰখন তেনেই শুদা হৈ পৰে। এই নিৰ্জনতাই এই সময়ত মোৰ কাম্য। মোৰ কোঠাত এতিয়া মই অকলে। চিঠিখন মোৰ বাকচত তলা মাৰি থলো। চিঠিখনৰ কথা মই পাহৰি পেলাম। অন্ততঃ কিছু সময়ৰ বাবে মই পাহৰিবই লাগিব। মোৰ মনৰ বেজাৰ মনতে মাৰ নিয়াব লাগিব। গতিকে সেইখিনি সময় মই অকলে থাকিব লাগিব। মোৰ ভাব আৰু অনুভূতিবোৰ মই লিখি যাব লাগিব। কাক ক'ম? কোনে শুনিব?

অথচ ঠিক অইন দিনৰ দৰে আজিও তিমিৰ ফালি সূৰ্য্যৰ কিৰণ প্ৰতিভাত হৈছে। মই আজিকালি আগতকৈ সোনকালে সাৰ পাওঁ। ওচৰ-চুবুৰীয়া খেতিয়কবোৰে চাৰি বজাতে উঠে আৰু সন্ধিয়া নামি অহাৰ লগে লগে শুবলৈ যায়। ঠিক চীনা খেতিয়কবোৰৰ দৰেই। কিন্তু আনবোৰে শোৱাৰ পিচত যি নিস্তব্ধতা বিৰাজ কৰে জেৰল্ডে তাক ভাল পাইছিল। সেয়ে আমাৰ বৈবাহিক জীৱনৰ বিগত বছৰ কেইটি মাত্ৰ পলমকৈ শুবলৈ অভ্যাস কৰিছিলো। আমাৰ সৰু চীনা ঘৰটিত নিশাৰ সেই নীৰৱ সময়খিনি বৰ মধুৰ লাগিছিল। আলিবাটৰ গোলমালবোৰ সাজ লগাৰ লগে লগে নাইকিয়া হয়। চাপৰ দেৱালৰ ওপৰেৰে আঁতৰৰ পৰা বেহেলাৰ গুণ্-গুণনি তেতিয়া আমাৰ কাণলৈ ভাঁহি আহে। আমাৰ ওচৰতে থকা পাটৰ কাপোৰৰ দোকান এখনৰ গৰাকী মিঃ হুৱাই বজায় সেই বেহেলাটি। আজকালি জেৰল্ড আৰু মই প্ৰায়েই পুখুৰীটোৰ পাৰত থকা পাইন জোপাৰ তলত বহোঁগৈ। টোপনি অহালৈকে বেণীক আমাৰ লগতে ৰাখিছিলো। সিয়েই আমাৰ একমাত্ৰ সন্তান। ছোৱালী এজনী উপজিছিল, তেনেই কেঁচুৱাতে হঠাতে এদিন মৰিল। ৰাতিপুৱা তাই হাঁহি হাঁহি খেলি আছিল; ৰাতিলৈ হিম চেঁচা পৰিল তাইৰ দেহ। মৃত্যুৰ কাৰণ মই বুজি নাপালো। জেৰল্ডক ভালপোৱা আৰু পিচত তেওঁৰ লগতে চীনলৈ যোৱাৰ আংশিক প্ৰায়শ্চিত্ত স্বৰূপে ছোৱালীজনীক হেৰুৱালো বুলিয়ে ভাবিছিলো।

বহুদিনলৈ আমি নিঃসন্তান হৈ আছিলোঁ। সেই সময়খিনি বৰ দীঘল যেন লাগিছিল। মোৰ দুখ লাগিছিল, কিন্তু জেনজুৰ দুখ দেখি মই লাজত পৰিছিলো। মোৰ অনুমান হৈছিল পিতাৰৰ মৃত্যুশোক তেওঁৰ অন্তৰত চিৰদিন হৈ যাব। কেবামাহলৈকে তেওঁ সহজে টোপনি যাব পৰা নাছিল। তেওঁৰ খোৱা আহাৰ কমি গৈছিল, গুথ পাতল মানুহজনৰ শৰীৰত শোকৰ চিন স্পষ্টকৈ ফুটি উঠিছিল। মই নিজৰ চকুপানী লুকাই ৰাখি তেওঁৰ বেদনা উপলব্ধি কৰিবলৈ যত্ন কৰিছিলো।

"—মই তোমাৰ দেশত থকাই মঙ্গল আছিল"—তেওঁ বাৰে বাৰে কৈছিল। "আমেৰিকাত থকা হ'লে ছোৱালীজনী নিশ্চয় নমৰিলহেঁতেন। মই তোমাক বহুত শাস্তি দিছো।"

মই তেওঁৰ বুকুত ঢলি পৰিছিলো—"তুমি ঘ'লৈকে যোৱা মযো যাম। ইয়াৰ সৈতে কোনো কথাৰেই তুলনা নকৰিবা।"

তেওঁ আচৰিত হৈ মোৰ মুখলৈ চাইছিল, "মাৰ্কিন আৰু চীনা তিৰোতাৰ মাজত এইখিনিতেই প্ৰভেদ। তোমালোকে মাক হোৱাতকৈ অৰ্দ্ধাঙ্গিনী হবলৈ বেচি ভালপোৱা।"

"মই যেতিয়ালৈকে তোমাৰ লগত থাকোঁ তেতিয়ালৈকে মই অৰ্দ্ধাঙ্গিনীয়েই" —মই কৈছিলো। "তদুপৰি আমেৰিকাত থাকি তুমি কেতিয়াও সুখী হব নোৱাৰিলাহেঁতেন।"

ইয়াত থাকিলে তেওঁৰ সুখ নহ'লহেঁতেন। মই তেতিয়াই জানিছিলো। পিকিঙত থাকোঁতে যদিও ভাৰমণ্টৰ মুকলি আৰু শীতল পাহাৰবোৰলৈ মোৰ সঘনে মনত পৰিছিল মই পৰম শান্তিৰে তাত কাল কটাইছিলো। কি ধুনীয়া আৰু সমৃদ্ধিশালী চহৰ পিকিঙ্। তাৰ মানুহবোৰো তেনেই বিনয়ী আৰু প্ৰফুল্লমনা। মোৰ বৰ আশা আছিল—তাতেই মই জেনজুৰ সৈতে শান্তিৰে কাল অতিবাহিত কৰিম। মৃত্যুৰ পিছত তাতেই দুয়োকো গুচৰা-গুচৰিকৈ কবৰ দিব। তেওঁৰ আৰু মোৰ মিলন কেবল এই জন্মৰে কাহিনী নহয়। কিন্তু বিধাতাৰ কি নিষ্ঠুৰ পৰিহাস! মোৰ সকলো আশা চুৰমাৰ কৰি দিলে! সোতৰ বছৰীয়া বৈধব্য সৈতে মই এতিয়া ভাৰমণ্টৰ সাধাৰণ ঘৰ এটিত অকলশৰীয়া জীৱন-যাপন কৰিবলগীয়া হৈছে। আৰু এতিয়া, এইখন চিঠি পোৱাৰ পিছত জেনজুক যে কেতিয়াবা পুনৰ লগ পাম সেই আশাও ক্ষীণ হৈ আছিল।

সময় কাৰোকো ৰৈ নেথাকে। আইন বিবাহৰ পৰে মযো উৰ্মিলাৰ কাকত-পত্ৰ

দিলোঁ। ছয় বজাত উঠি আহিলো, ম্যাটক গাই চাৰিজনী খীৰোৱাত সহায় কৰি দিলো। ৰেণীৰ বাবে প্ৰয়োজনীয় গাখীৰখিনি কলহ এটিত ভৰাই বাকীখিনি অ'বালৰ আগত এটি বাচনত থৈ দিলো। ক্ষন্তেক পিচতে গাখীৰ কঢ়িওৱা ট্ৰাকখন আহি তাৰপৰা গাখীৰ লৈ যাব। তাৰ পিচতে ৰান্ধনীঘৰত সোমালো, নহ'লে ৰেণীৰ খাবলৈ পলম হৈ যাব। ৰাতি গাখীৰ খীৰাওঁতে সিয়ে সহায় কৰি দিয়ে। তাৰ স্বভাৱ দেউতাকৰ দৰে। ৰাতিপুৱাই উঠিবলৈ সি বৰ টান পায়। কিন্তু ৰাতি পলমকৈ কাম কৰি থাকিবলৈ সি আমনি নেপায়। মই যেতিয়া অকলশৰীয়া হৈ পৰিলো মোৰ স্বভাৱো শৈশৱৰ দিনবোৰৰ দৰে হৈ পৰিল। কাৰণ মই এইখন দেশতে উপজিছিলো। মোৰ ককাদেউতাৰ দেশ, পিচলৈ দেউতাৰ দেশ, আৰু এতিয়া মোৰ দেশ। আমাৰ দেউতাৰ চখ আছিল কিবাকিবি নতুন বস্তু সাজি উলিওৱাত। অলপ কাৰিকৰী শিক্ষাও সেই অনুপাতে আছিল। অৱশ্যে আমাৰ খোৱা বস্তুবোৰ নিজৰ মাটিৰ খেতিৰ পৰাই যোগাৰ কৰিছিলো। জমা টকা অলপ আছিল ককাদেউতাৰ দিনৰ পৰাই। তেখেত এজন নামজলা উকীল আছিল। মোৰ জেৰল্ডৰ সৈতে বিয়া হোৱাৰ আগতেই দেউতাই ইহলোক ত্যাগ কৰিছিল। মা ইয়াতে আছিল অকলে। কিন্তু তেৰেঁা বেচীক চাবলৈ সৰহদিন জীয়াই নাথাকিল। মাটি-বাৰীখিনি মোক গতাই তেৰেঁা এদিন চকু মুদিলে। মই পিকিঙত থকা কালছোৱাত এই সম্পত্তিখিনিৰ ভাৰ দিছিলো ম্যাট্ গ্ৰীনৰ ওপৰত। সি নিতৌ এবাৰ অন্ততঃ আহিবই। এতিয়াৰ কথা নহয়, বহুদিনৰ পৰাই। যেতিয়া দেখিলো জেৰল্ড আৰু মই আঁতৰি থাকিবই লাগিব মই ইয়ালৈকে উভটি অহাটোকে ঠিক কৰিলো। আন উপায়ো নাছিল একো।

এনেতে ৰেণী উঠি আহিল। তাৰ গাল দুখন ৰঙা পৰিছিল, শোৱাকোঠাৰ খিৰিকি ৰাতি খুলি থোৱা বাবে চেঁচা লাগি ৰঙচুৱা হৈ পৰিছিল।

"গুড্ মৰ্ণিং, মাদাৰ"—সি ক'লে আৰু মোৰ গালত চুমা খালে।

"গুড্ মৰ্ণিং, মাই চন"—মই ক'লো।

এই অভ্যাসটো দেউতাকে শিকাইছিল তাক। আমি এৰা-এৰি হবৰ সময়ত দুইজনে আনজনক সদায় মাত লগাই যাওঁ।

"মা দেউতাৰাৰ পৰা যেতিয়াই তুমি আঁতৰি যাবলগীয়া হোৱা সদায় নম্ৰভাৱে বিদায় লৈ যাবা," জেৰল্ডে ল'ৰাক বুজাইছিল, "লগতে ক'লৈ যাবা তাক জনাই যাবা। ঠিক সেইদৰে উভতি আহি তুমি পোনেই মা-দেউতাৰাক দেখা কৰিবা, ভদ্ৰলোকৰ বাতৰি ল'বা। এয়া পুত্ৰোচিত সাধুতা।"

"কি খবৰ মা !"—সি সুধিছিল।

"ভালেই—" ধন্যবাদ জনাই মই কলোঁ।

"টোপনি ভালদৰে আহিছিল চাগৈ।"

"এৰা খুউব শুইছো"—

দুয়ো মিচিকিকৈ হাঁহিলো—বেণী আৰু মই। দুয়োৰে একে সময়তে জেৰল্ডৰ কথা মনত পৰিছিল। তাৰ মনত পৰিছিল দেউতাকৰ কথা আৰু মোৰ পৰিছিল স্বামীৰ কথা। দেখিবলৈ বেণী প্ৰায় দেউতাকৰ দৰে; বয়সৰ তুলনাত বেছি ওখ হৈছে। চুলি আৰু চকুযুৰি তাৰ ক'লা আৰু ছালৰ ৰং মাখনৰ দৰে মিহি। চীনা বংশৰ প্ৰভাৱত তাৰ ছাল ইমান মিহি হ'ল। তাৰ ধুনীয়া চেহেৰাটো খুব শকত নহলেও বেচ বলীষ্ঠ যেন লাগিছিল।

"বহাহি—তোমাৰ ব্ৰেকফাষ্ট ৰেডি"—মই ক'লো।

ৰাতিপুৱাৰ ব্ৰেকফাষ্টটো বেণীয়ে বৰ তৃপ্তিৰে খায়। বিলাতী য'ধানৰ চিৰা এবাটিত ঘন গাখীৰ আৰু ৰঙচুৱা চেনী সি যথেষ্ট পৰিমাণে মিহলাই লব। চাফা চেনী ব্যৱহাৰ কৰিবলৈ জেৰল্ডে হাক দিছিল, পিকিঙত আমি ৰঙচুৱা চীনা চেনীহে ব্যৱহাৰ কৰিছিলোঁ। গাখীৰ খায় আমেৰিকানসকলে। বেণী আমেৰিকান নহয় নো কি? চীনা তেজ তাৰ গাত চাৰিভাগৰ এভাগ হে হব। পুৰঠ হাড় আৰু শকত-আৱত হাত-ভৰিৰে তাৰ দেহত মাৰ্কিন প্ৰভাৱ প্ৰকট হৈ উঠিছে। "কণী হ'লে তিনিটা লাগিব মা"—আনদিনাৰ দৰে সি কৈ উঠিল।

সুখৰ কথা যে মাইকী কুকুৰা মোৰ কেবাজনীও। নহলে সাঁচতীয়া ধনখিনিৰে বেণীক লগা জোখাৰে কণী আৰু মাংস যোগোৱা সম্ভৱ নহ'লহেঁতেন। গাহৰিৰ মঙহ বিলাসিতাৰ ভিতৰতে পৰে যদিও মাজে সময়ে মোৰ ল'ৰাক দি ভাল পাওঁ। এতিয়াই মোৰ ল'ৰা বোলাটো ঠিক হোৱা নাই অৱশ্যে। বেণী জেৰল্ডৰো ল'ৰা। সেইটো মই পাহৰা উচিত নহব। অৱশ্যে এই চিঠিখনে মোৰ জীৱনৰ স্মৃতি কোন কালে বোৱাই নিয়ে ক'ব নোৱাৰো।

খোৱাকোঠাৰ খিৰিকি মেলিলে আলিবাটটো ভালদৰে দেখি। খোৱা টেবুলখনৰ এমূৰত বহি বেণীয়ে স্কুলবাচখন অহালৈ বাট চাই থাকে। প্ৰথমতে সেই চকীখন খালী হৈয়েই আছিল। স্বামী বা দেউতাৰ কোনো এজনে বহিব বুলি খালি কৰি ৰাখিছিলো। কাৰণ চাংহাইৰ জাহাজঘাটত যেতিয়া আমাৰ পৰা জেৰল্ডে বিদায় লৈছিল তেওঁ কৈছিল যে তিনিমাহৰ ভিতৰত তেৰোঁ আমেৰিকালৈ আহি আমাৰ লগ হ'ব। তিনিমাহ উকলি যোৱাটো অহা বিষয়ে তেওঁ একো

উল্লেখ নকৰিলে। আনকি চিঠি অহাও লাহে লাহে পাতলিবলৈ ধৰিলে। গতিকে আলিবাটলৈ চাই থাকিবৰ বাবে বেণীয়ে ম্নেহভাকৰ চকীত বহিবলৈ খুজিলে মই 'হয়' বা 'নহয়' একোকে ক'ব নোৱাৰিলো। সেই মাৰাত্মক চিঠিখন ইতিমধ্যে ডাকত দিয়া হৈছে বুলি সম্ভৱ মোৰ আত্মাই জানিছিল।

"লোৱা বাচ আহিলেই"—বেণী জপিয়াই উঠিল। কণী আৰু মাখন সনা কটি তিনিখন ডিচতে এৰি সি দ্বিতীয় গিলাচ গাখীৰ শেষ কৰিলে আৰু হাত-মুখ মচি টুপীটো হাতত লৈ বিদায় ললে, "গুড বাই মাদাৰ!"

"গুড বাই চন"—প্ৰত্যুৎত্তৰত মই ক'লো।

জেৰল্ডে মোৰ নামটো চুটিকৈ মাতিব নিদিছিল। চাংহাইত থকা মাৰ্কিন ল'ৰা-ছোৱালীবোৰক দেখি যেতিয়া সি 'মাম্' বা 'মা' বুলি মাতিবলৈ শিকিছিল জেৰল্ডৰ খং উঠিছিল।

"মাদাৰ শব্দটি অতি মধুৰ"—তেওঁ গহীন হৈ কৈছিল। "তুমি তাত কলঙ্ক লেপন নকৰিবা।"

তেওঁ চীনা ভাষাত কৈছিল। ল'ৰাক উপদেশ দিবৰ বেলিকা সদায় চীনা ভাষাকে তেওঁ ব্যৱহাৰ কৰিছিল। আৰু বেণীয়ে উপদেশ মানি চলিছিল।

নিৰ্জন ঘৰটিত যেতিয়া অকলে থাকো মই দৈনন্দিন ঘৰুৱা কামত ব্যস্ত হৈ থাকিবলৈ যত্ন কৰো। থোৱা বাচনবোৰ থুই উঠি ওপৰ মহলালৈ যাওঁ বিচনা চাফা কৰিবলৈ। মা-দেউতাৰ শোৱা কোঠাটোকে ময়ো ব্যৱহাৰ কৰিছো। পাঁচটা খিৰিকিৰে এই আহল-বহল কোঠাৰ পৰা বাহিৰৰ জগতখনৰ দৃশ্য বৰ মনোৰম। পিকিঙৰ ঘৰটোও মোৰ ভাল লাগিছিল; কিন্তু এইটো বেচি ভাল লাগে। জেৰল্ড অবিহনে মোৰ নিজৰ দেশকে ভাল লাগে। অৱশ্যে তেওঁ লগত থাকিলে যি কোনো দেশ আৰু ঠাই মোৰ বাবে প্ৰিয় আৰু মৰমৰ হৈ পৰে।

দক্ষিণমুখীয়া মোৰ কোঠাটোত ফৰকাল বতৰত বেচ ৰ'দ পৰে। মজিয়াৰ পৰা আৰম্ভ কৰি বেৰ কেইখন, খিৰিকি আদি সকলো মই নিজ হাতেৰে চাফ্-চিকুণকৈ ৰাখো। একো ডাঙৰ কাম নহয় যেন লাগে। অথচ পিকিঙত সেইখিনি কাম কৰিবলৈ মোৰ পাঁচজন চাকৰ লাগিছিল। জেৰল্ডে মোক নিজহাতেৰে কাম কৰি থকা চাবলৈ ভাল নাপাইছিল। সঁচা কথা—মোৰ হাত দুখনি ধুনীয়া। তেওঁ মোক সোধা প্ৰথম প্ৰশ্নটি আছিল—"তোমাৰ হাত দুখন বৰ মৰম লগা।"

দেখুৱাবলৈ মই হাতদুখন তেওঁৰ সমুখত মেলি ধৰিছিলো।

"সচাই ?" বুৰ্বকৰ দৰে মই সুধিছিলো। বুৰ্বকৰ দৰে নহয় ; আচলতে তেওঁৰ মুখৰ পৰা সেইকথা মই পুনৰ শুনিব খুজিছিলো।

"আমেৰিকাৰ ছোৱালীবোৰৰ হাতবোৰ সাধাৰণতে ধুনীয়া নহয়"—তেওঁ কৈছিল। "আমাৰ মা চীনৰ আছিল বাবেই তেওঁৰ হাতদুখনি বৰ ধুনীয়া আছিল।"

"চীনৰ সকলো তিৰোতাৰে হাতবোৰ ধুনীয়া জানো ?"—মই প্ৰশ্ন কৰিছিলোঁ।

"এৰা।"

সম্ভব তেওঁ মোৰ হাতদুখনিৰ কথা পুনৰ উলিওৱা নাছিল। কিন্তু মই পাহৰা নাছিলোঁ। বোধকৰো মোৰ হাতদুখনিয়ে তেওঁৰ অন্তৰত মাকৰ স্মৃতি জগাই তোলা বাবেই তেওঁ মোক ভাল পাবলৈ আৰম্ভ কৰিছিল। এতিয়া কেনেকৈ জানিম বাৰু ?

আজিৰ পৰা ঠিক তিনিমাহ আগেয়ে জেৰল্ডৰ আগৰ চিঠিখন পাইছিলো। চিঠিখন চাংহাইৰ পৰা ডাকত অহা নহয়। তাত আছিল হংকং ডাকঘৰৰ চাব।

খামটোৰ ভিতৰত অচিনাকি হাতৰ আখৰৰ নতুন ঠিকনা লিখা আৰু এটি খাম। চিঠিত জেৰল্ডে লিখিছিল।

"এতিয়া মোৰ চিঠি ঘনাই নেপালে তুমি দুখ নকৰিবা। অসুবিধাবোৰৰ কথাও মই তোমালৈ লিখিব নোৱাৰোঁ। আনকি এই চিঠিখনো তুমি পাবা নে নোপোৱা তাকো মই সঠিককৈ নেজানো। তুমি উত্তৰ দিলে মোৰ ঠিকনাত নপঠাবা। এই খামত লিখা ঠিকনাত পঠাবা। মোৰ পৰা উত্তৰ যাওঁতে হয়তো কেবামাহো লাগিব পাৰে।"

প্ৰথমতে আমি প্ৰায় নিতৌ চিঠি লিখিছিলো। জাপানৰ সৈতে যুদ্ধ লগাৰ আগলৈকে আমি কেতিয়াও পৃথক হৈ থকা নাছিলো। পিছত যেতিয়া অনুমান হ'ল যে উত্তৰ ফালৰ প্ৰদেশ কেইখন সহজেই শত্ৰুৰ হাতত পৰাৰ আশঙ্কা আছে জেৰল্ডে বেণীৰে সৈতে মোক চুংকিঙলৈ যাবলৈ আদেশ কৰিলে। পলম হ'লে হানকৌলৈ যোৱা ৰেল লাইন শত্ৰুপক্ষই কাটি পেলোৱাৰ ভয় আছিল।

"তোমাক এৰি !"—মই চিঞৰি উঠিছিলো।

"মই যেতিয়াই পাৰো তোমালোকক অনুসৰণ কৰিম"—তেওঁ কৈছিল।

"বিশ্ববিদ্যালয়খনে মোক নেৰিলে মই কেনেকৈ এৰো বাৰু ?"

বিশ্ববিদ্যালয়খনৰ তেওঁ আছিল সভাপতি, সেয়ে দায়িত্বও তেওঁৰ লঘু নাছিল। মই বুজি পাইছিলো। বেণীক লগত লৈ মই অকলে চুংকিঙলৈ যাত্ৰা কৰিছিলো।

সেই যাত্ৰা অতি ভয়াবহ আছিল। গোটেই বেলখন ভগনীয়াৰে ভৰি পৰিছিল, বিৰ দি সন্ধি পাবলৈ টান। হানক'ৰ হোটেলবোৰতো একেই অৱস্থা। প্ৰাণ লৈ পলাই অহা ধনী লোকসকল চাকৰ-বাকৰ লৈ ঠাই বিচাৰি হেতা-ওপৰা লগাইছিল। নক'লেও হব, মান আৰু ইজ্জৎ বচাই কোনোমতে বেণীক লৈ চুংকিং পাইছিলোগৈ।

জেৰল্ডে আমাক অনুসৰণ কৰাৰ কথা আছিল। কথা তেওঁ ৰাখিব পাৰিছিল। কেবা-মাহৰো মূৰত তেওঁ অধ্যাপকবৃন্দ আৰু ছাত্ৰসমূহ সহ চুংকিঙত উপস্থিত হৈছিল। ইতিমধ্যে আমি চহৰৰ এটি টিলাৰ ওপৰত এটি সৰু ঘৰ বিচাৰি লৈছিলো। প্ৰিয়তমৰ সৈতে পুনৰ্মিলনৰ আনন্দখিনি বৰ্ণাবলৈ মোৰ ভাষা নাই। অধ্যাপক আৰু ছাত্ৰসকলক নিৰাপদ ঠাইলৈ আনি থকা-মেলাৰ বন্দোবস্ত কৰি অটাই তেওঁ আমাক লগ ধৰিছিল। চহৰৰ ভদ্ৰসমাজৰ সহযোগত তেওঁ পুৰণি ঘৰ কেবাটাও বন্দোবস্ত কৰি দিহে তেওঁ আমাৰ ঘৰলৈ আহিছিল।

তেওঁক দেখিয়েই যেতিয়া মই সাৱটি ধৰিছিলো মই বুজি পাইছিলো তেওঁৰ দেহৰ অস্থিৰতা আৰু কঁপনি। তেওঁ ভাগৰি পৰিছিল। "ইয়াত তুমি শান্তিৰে জিৰাব পাৰিবা"—মই কৈছিলো।

তেওঁ ঘৰটোৰ চাৰিওফালে এবাৰ চকু ফুৰালে। ডাঙৰ আহল-বহল কোঠা মই ভাল পাইছিলো।

"ঘৰ সজোৱা দক্ষতা তোমাৰ সঁচাই প্ৰশংসনীয়"—চকী এখনত বহি মূৰটো পিচলৈ নি আৰাম কৰি তেওঁ মন্তব্য দিছিল। "এয়া মোৰ স্বৰ্গ যেন লাগিছে"—কৈয়েই তেওঁ চকু মুদি দিছিল।

আৰু লিখিব নোৱাৰো, চকুপানী ওলাই আহিব খোজে।

* * * *

এয়া ফেব্ৰুৱাৰী মাহ পৰিলেই। বহুদিনৰ পৰা পাহাৰবোৰ বগা আৰু ভৈয়ামৰ ঠাইবোৰ বৰফেৰে ঢকা, নীৰৱ। তিনিদিন মান আগেয়ে এছাটি গৰম বতাহ বলিছিল, বেলিৰ কিৰণ প্ৰখৰ হৈ পৰিছিল। ফলত পাহাৰৰ বৰফবোৰ গলিছিল। তথাপি মোৰ ধাৰণা—শীত আকৌ পৰিব। মাৰ্চ মাহত আনকি কেতিয়াবা এপ্ৰিলতো ডাঠ বৰফ পৰে। আজি ভৈয়ামৰ দৃশ্য কুঁৱলীয়ে আৱৰি ধৰিছে, পচ্ছুলিমুখৰ পৰা আতৰলৈ মই একোকে নেদেখোঁ। সেউতাই মাৰ বাবে ঘৰৰ চাৰিওফালে এই দেৱাল দিবলগীয়া হৈছিল। ঘৰটোৰ খিৰিকি খুলিলেই চকুত পৰা চাৰিওফালৰ ওখ পাহাৰবোৰ দেখি মাৰ ভয় লাগিছিল, যেন কেতিয়াবা আমাৰ ঘৰৰ ওপৰলৈ বাগৰি আহিব।

"ঘৰৰ চাৰিওফালে দেৱাল এখন দিবই লাগিব"—মায়ে দেউতাক কৈছিল, "নহলে মই কেনেকৈ জানিম আমাৰ মাটি কিমানলৈ আছে ?"

বিৰাট খ'হনি এডৰা আৰু পুৰণি গছ কেইজোপামান আৱৰি দেউতাই দেৱালখন দিছিল। মা দেখিবলৈ ধুনীয়া আছিল। জীৱনৰ শেষ সময়লৈ তেওঁ শকত নোহোৱাকৈয়ে থাকিল। দেউতাৰ মৃত্যুৰ বহুদিন পিছলৈ তেওঁ জীয়াই আছিল.। তেওঁৰ স্বভাৱ আছিল গোড়া প্ৰকৃতিৰ। দেৱাল আৰু গেটখন তেওঁ দাবী কৰি আদায় কৰিছিল আৰু কাচিৎহে তেওঁ ইয়াৰ বাহিৰ ওলাই গৈছিল। জেৰল্ড মেকলিয়ডক বিয়া কৰাম বুলি যেতিয়া মই কৈছিলো তেওঁৰ খং উঠিছিল। দেউতাক ভালপোৱা সত্বেও বৈবাহিক জীৱনত মা সুখী হোৱা নাছিল। ময়ো বিয়াত সোমোৱাত তেওঁ আপত্তি কৰিছিল।

"এগৰাকী ভদ্ৰ তিৰোতাৰ বাবে কুৰুচিকৰ বহুত বস্তুৱে আছে বিয়াত।" মোক বিয়া কৰাবলৈ হাক দিয়াৰ কাৰণ সোধাত তেওঁ এইদৰে কৈছিল। তেওঁ লগতে ইয়াকো কৈছিল, "মেক্‌লিয়ড নামটো অৱশ্যে বেয়া নহয়।"

এক মুহূৰ্তৰ বাবে মই চিন্তা কৰিছিলো—জেৰল্ড যে আধা-চীনা লোক সেই কথাটো মাক ক'ম নে নক'ম। তেওঁক ককেচীয়ান বুলিও ভাবিব পাৰি। কাৰণ তেওঁৰ চকুহাল সামান্য ভাবে হলেও বাদামী ৰঙৰ-ডাঙৰ আৰু চেলাউৰি-যুৰি ধুনীয়া। তিৰোতা হিচাপে মই যিমান ধুনীয়া পুৰুষ হিচাপে তেওঁ বহু বেচি ধুনীয়া। আকৃতিত মই সৰু, চকুযুৰি নীলা নহয় ঈষৎ মটিয়া ৰঙৰ। মই ঠিক নেজানো মই ধুনীয়া হয় নে নহয়। জেৰল্ডে মোক ধুনীয়া বুলি কেতিয়াও কোৱা নাছিল।

"তোমাৰ ছাল বৰ মিহি।"

"তোমাৰ মুখখন বৰ মিঠা।"

এইবোৰ মন্তব্য তেওঁ দিছিল, কিন্তু 'ধুনীয়া' বুলি কোৱা মনত নপৰে। মই কিন্তু তেওঁৰ সৌন্দৰ্য্য মুক্ত মনে স্বীকাৰ কৰিছিলো। তেজৰ সংমিশ্ৰণত গঁচাকৈ কিবা যাদু আছে। অৱশ্যে কোন কালৰ পৰা এই যাদুকৰী প্ৰভাৱ পৰে কোৱা টান।

জেৰল্ডৰ চীনা তেজৰ কথা মই খুব অলপ সময়ৰ বাবেহে লুকুৱাব পাৰিছিলো। মাৰ বুদ্ধি বৰ চোকা আছিল। নজনা কথাও তেওঁ নিৰ্ভুলকৈ অনুমান কৰি লব পাৰিছিল। মই অতি সাৱধানেৰে কৈছিলো, "জেৰল্ডৰ দেউতাক পিকিঙত থাকে। তেওঁ আমেৰিকান, কিন্তু চীনা তিৰোতা এগৰাকী বিয়া কৰালে, আৰু সেইবাবে জেৰল্ড আধা-চীনা।"

মাৰ লক মুখখনি বিস্ময়ত যেন থাই পৰিছিল। ভয়খোৱা চাৱনিৰে মোলৈ তেওঁ চাইছিল: "ওহো এলিজাবেথ, ই হব নোৱাৰে!"

কেৱল মায়ে মোক এলিজাবেথ বুলি মাতিছিল। আইতাৰ নামৰ লগত ৰজিতা খুৱাই মোৰ নামো এলিজাবেথ ৰাখিছিল। জেৰল্ডে মোক 'ইভ' বুলি মাতিছিল; তেওঁ মৰমতে মতা নাম।

"ইভ" ৷আমাৰ নকদান হবৰ দিনা তেওঁ মোক কৈছিল, "তোমাৰ পৰশতে মোৰ অন্তৰত প্ৰথম প্ৰেমৰ জোৱাৰ উঠিল।"

"মই তোমাক আদাম বুলি মাতিমনে?" মই ৰঙতে সুধিছিলো।

"খৃষ্টীয়ানসকলে চীনা এজনক দিব জানো এই নামটি?" আনন্দ আৰু উদাসীন সুৰত তেওঁ ক'লে।

"তুমি নিজকে চীনা লোক বুলি পৰিচয় দিবলৈ বেচি ভাল পোৱা' কিন্তু চীনা তেজ তোমাৰ গাত আধাহে আছে, পাহৰি নাযাবা" মই তৰ্কৰ সুৰত আৰম্ভ কৰিছিলো। "মোৰেই অনুৰোধ—অন্ততঃ মাৰ আগত তোমাৰ বাকী আধাখিনিৰ বাবে মাৰ্কিন বুলি গৌৰব কৰিবা।"

ততালিকে তেওঁৰ চেহেৰাটি সলনি হ'ল। নিজকে লুকুৱাবলৈ নে অতি বিনয়ী হবলৈ তেওঁ ৰসিকতা কৰিছিল বুজা টান। প্ৰকৃত চীনা লোকৰ এয়া লক্ষণ বুলি পিচতহে মই গম পাইছিলো। মাৰ ওচৰত তেওঁ কেনে ব্যৱহাৰ কৰিব মই ভাবিব পৰা নাছিলো। দেউতাৰ মৃত্যু হোৱা বাবে দুখ লাগিছিল কিয়নো, তেখেতে জেৰল্ডক ভাল পালেহেঁতেন, জেৰল্ডৰ চীনা তেজ দেখি তেওঁ আমোদ পালেহেঁতেন। দেউতাৰ মনৰ খিৰিকিবোৰ সদে' পৃথিৱীৰ বাবে খোলা আছিল। তেওঁৰ মৃত্যুৰ পিচত মই অনুসৰণ কৰিছিলো তেওঁৰ পথ।

এনেয়েও মই জেৰল্ডক বিশ্বাস কৰিব পাৰিলোহেঁতেন। কাৰণ মাক যিদিনা তেওঁ দেখা কৰিছিল তেওঁক অতি ধুনীয়া আমেৰিকান ডেকা যেন লাগিছিল। মিহিকৈ কণিওৱা ঘন ক'লা চুলিৰে নম্ৰ আৰু স্বভাবসুলভ সৌম্য চেহেৰাৰ আঁৰত তেওঁৰ চীনা তেজৰ পৰিচয় তেনেই লুকাই পৰিছিল। আনকি তেওঁৰ চকুহালতো দৃষ্টিৰ তীব্ৰতা আৰু সৰলতা ফুটি ওলাইছিল। অৱশ্যে সেই চাৱনিৰ আঁৰত লুকাই থকা প্ৰিয়তমৰ চীনা ৰূপটোৰে যে মাজে সময়ে ভুমুকি মৰা নাছিল এনে নহয়।

মায়ে তেওঁৰ ধৰৰা পৰিবেশতো সিদিনা সহজ হব পৰা নাছিল। আকাশী ৰঙৰ পাটৰ কাপোৰ এযোৰ পিন্ধি তেওঁ বহা কোঠাটিত আলাহীক যোগলোচ

কৰিবলৈ বৈ আছিল। ওচৰতে সজাই থৈছিল দামী চাহ টেবুল এখন। ওপৰ টি-চেট্, টি-আৰু আটাইতকৈ ভাল কাপ-প্লেট কেইযোৰ ঢাকা কৰি ৰাখিছিল। শুনিছো, এই কাপ-প্লেটবোৰ এশ বছৰ আগেয়ে কোনোবা এজন পূৰ্বপুৰুষে চীনৰ পৰা আনিছিল।

"মা, এয়া জেৰল্ড"—মই চিনাকি কৰি দিছিলো।

মায়ে তেওঁৰ সৰুকৈ শেঁতা হাতখন আগবঢ়াই দি সম্ভাষণ জনালে। মানুহজনী সৰু আছিল যদিও মা কথা-বতৰাত বেচ গহীন হব পাৰিছিল।

"ধন্যবাদ, মোৰ ভাল"—জেৰল্ডে মিঠা মাতেৰে সমিধান দিছিল।

"আপোনাক লগ পাই নথৈ সুখ পালো, মিচেচ কাৰ্কি।"

"বহা জেৰল্ড"—মই ক'লো। সহজ হবলৈ চেষ্টা কৰিও মই পৰা নাছিলো, মাৰ ওপৰত মোৰ খঙ উঠিছিল। গাম্ভীৰ্য্য বজাই ৰাখিও তেওঁ অমায়িক হব পাৰিলেহেঁতেন। তেওঁৰ হাঁহিটো বৰ মৰমলগা আছিল। অথচ সেই হাঁহিৰ কোনো ইঙ্গিতেই নাই, সেইসময়ত মুখখন তেনেই কঠুৱা কৰি থাকিল তেওঁ।

"ইমান ধুনীয়া ঘৰটো!" চাৰিওপিনে চকু ফুৰাই জেৰল্ডে মন্তব্য কৰিলে। "এই নিচিনা দেশৰ দৃশ্যসমূহৰ ছবিৰে সজোৱা পুৰণি ঘৰবোৰ মই বৰ ভাল পাওঁ।"

মায়ে শুনি ভাল পালে যদিও তাত আন্তৰিকতা আছিল বুলি বিশ্বাস নহয়। "ঘৰটো বৰ ডাঙৰ"—বুলি কৈ তেওঁ চাহ ঢালিবলৈ ধৰিলে।

"সৰু ঘৰ কেলেইনো লাগিছে"—জেৰল্ডে ক'লে। "ঘৰটো কিমান মূল্যবান সম্পত্তি, সি আমাৰ প্ৰয়োজনৰ জোখাৰে হব লাগে।"

"তুমি বোধহয় চীনা চাহেই ভাল পাবা" মায়ে ক'লে। "আমি হ'লে ভাৰতীয় চাহ হে ব্যৱহাৰ কৰো।"

"গান্ধীৰ মিছলালে ময়ো ভাৰতীয় চাহ বেয়া নেপাওঁ"—জেৰল্ডে ক'লে। মই লক্ষ্য কৰিছিলো, তেওঁ যদিও সহজভাৱেই কথা-বতৰাত যোগ দিছিল মাৰ মনটো তেওঁ বুজি পাইছিল। চাহ শেষ কৰি উঠি তেওঁ স্ক'ন* খাইছিল, মায়ে ইচ্ছা কৰিলে সাইলাখ ইংৰাজ মহিলাৰ দৰে ব্যৱহাৰ কৰিব শিকিছিল আৰু তেওঁ যেতিয়া গহীন হবলৈ বিচাৰে তেওঁ ইংৰাজ মহিলাই হৈ পৰিছিল। জেৰল্ডে

---

* দুইত সেক দিয়া চেপেতাবিধৰ এবিধ কেক জাতীয় খাদ্যবস্তু। ইংলেণ্ড আৰু স্কটলেণ্ডত সাধাৰণতে বেচি প্ৰিয়।

ক'লে, "আঃ এই স্ক'ন! স্কটলেণ্ডৰ আইতা ঢুকোৱাৰ পৰা এই স্ক'ন মই খোৱাই নাই।"

"তোমাৰ আইতা স্কটল্যাণ্ডৰ আছিল নেকি?" মায়ে সুধিলে।

"হয়, পিচলৈ তেওঁলোক ভাৰ্জিনিয়ালৈ উঠি গ'ল"—জেৰল্ডে ক'লে।

"মই সৰু থাকোঁতে আইতাই প্ৰায়ে আমাৰ চহৰলৈ গৈছিল। আমাৰ চহৰখন তেওঁ ইমান ভাল পাইছিল যে মৃত্যুৰ সময়তো তেওঁ ভাৰ্জিনিয়ালৈ নগ'ল। অন্য শ্বেতাঙ্গ লোকৰ কবৰখানাত আমি তেওঁৰ দেহ সৎকাৰ কৰিছিলো।"

"তোমাৰ চহৰখন কি আছিল?" কেক'ত এটি কামোৰ মাৰি মায়ে সুধিলে।

"পিকিঙ, চীনৰ প্ৰাচীন ৰাজধানী" জেৰল্ডে সহজভাৱেই ক'লে। লণ্ডন, পেৰিচ বা ৰোমৰ কথাহে যেন তেওঁ কৈছে। "এয়া ধুনীয়া চাহ দেখোন"—তেওঁ ক'লে। "ভালদৰে তৈয়াৰ কৰিব নেজানিলে ভাৰতীয় চাহ বা চীনা চাহেই হওঁক—বাৰু নেলাগে। আপুনি দেখিছো বেচ পাৰ্গত এই বিষয়ত।"

"ছোৱালী বয়সতে মই চাহ কৰিব শিকিছিলো"—মায়ে ক'লে। হাৰ মানিবলৈ তেওঁ শিকা নাছিল। কেকৰ প্লেটখন তুলিবলৈ এনেতে তেওঁ মন কৰা দেখি জেৰল্ডে হাঁহি ক'লে—"এক মিনিট ৰব। স্ক'ন খাই থাকোতে কেক হাতত লব নেলাগে বুলি আইতাই মোক শিকাইছিল।"

মায়ে অলপ হাঁহিলে। অনিচ্ছা সত্বেও ইহা, এটি চেঁচা হাঁহি। মই কিন্তু খুউব হাঁহিছিলো। মাৰ অৱস্থা দেখিও হাঁহি উঠিছিল, লগতে মোৰ মনটোও আনন্দত নাচি উঠিছিল।

"তোমাক সৰুতে বেচ ভাল শিক্ষাই দিয়া হৈছিল, জেৰল্ড"—মই ক'লো।

মাৰ দৃষ্টি পোনেই মোৰ ওপৰত পৰিল। "এলিজাবেথ, তোমাৰ মন্তব্যটো মই বুজি নেপালো। তোমাকো দেখোন বেয়া শিক্ষা দিয়া হোৱা নাছিল। মেকৃলিয়ডে ঠিকেই কৈছে। তুমি অনাহকতে হাঁহিছা।"

"মোক ক্ষমা কৰিবা মা"—মই লগে লগে উত্তৰ দিলো। সৰুতে মোৰ অস্ত্ৰ আছিল এই পাতেই, দেউতাই শিকাইছিল। "লীজ" তেওঁ কৈছিল, তেওঁ মোক লীজ বুলিয়েই সদায় মাতিছিল, "ক্ষমা খোজাটো অতি সহজ কাম। তাত খৰচো নাই আৰু কষ্টও সমূলি নহয়। দৈনন্দিন জীৱনত এই কথাফাকিৰ প্ৰয়োজন অতি বেচি, বিশেষকৈ পৰস্পৰে ভালপোৱা দুজন লোকৰ মাজত।"

মায়ে মোলৈ চাই ঘূৰি বহিল আৰু জেৰল্ডক ক'লে—"মেকলিয়ড, তোমাৰ আইতাই বিচ্‌মণ্ডত আছিলো জানো ?"

"আছিল। ভাৰ্জিনিয়াত বহুতো পুৰণি স্কটিচ পৰিয়াল আছিল। আমাৰ আইতাই কৈছিল যে আমাৰ আজো ককা এজনেই তাত প্ৰথমে বসতি কৰিছিল। খুব সম্ভব কথাটো সঁচা"—জেৰল্ডে ক'লে।

"বৰ মজাৰ কথা"—মায়ে ক'লে। বংশাৱলীৰ আতি-গুৰি চৰ্চা কৰি মায়ে বৰ আনন্দ পাইছিল। মই দেখিলো যে মোৰ সহায় নোলোৱাকৈয়ে জেৰল্ডে মাৰ কঠিন হৃদয় কোমল কৰিব পাৰিছে। সিদিনাৰ সেই পৰিস্থিতিত তাতকৈ আৰু বেছি সম্ভৱপৰো নাছিল।

সেই বুলি মাৰ যে কোনো সংশয় নাছিল'তাক মই ক'ব খোজা নাই। ইয়াৰ পিচত আমাৰ বিয়াৰ আগেয়ে জেৰল্ডে কেবাদিনো আমাৰ ঘৰলৈ আহিছিল। জেৰল্ডে যেতিয়া বিদায় লৈ যাব মায়ে মোক মাতি পঠিয়ায় আৰু কয়, "এলিজাবেথ, মোৰ সাংঘাতিক ভয় হৈছে—তোমাৰ সন্তান হলে দেখিবলৈ চীনা লোকৰ দৰে হ'ব। ল'ৰা-ছোৱালীবোৰ সাধাৰণতে সিহঁতৰ আইতাক বা ককাদেউতাকৰ নিচিনা হয়। তোমাৰ আইতা এলিজাবেথৰ সৈতে তোমাৰ বহুতো সাদৃশ্য আছে।"

"মেকলিয়ডৰ নিচিনাওতো হ'ব পাৰে"—মই ক'লো।

"তাৰ কোনো নিশ্চয়তা নাই"—প্ৰত্যুত্তৰত মায়ে ক'লে।

"চীনা বংশৰ নাতি এটাক মই কেনেকৈ ডাঙৰ কৰিম ক'ব নোৱাৰোঁ, মই বোষ্টনত এইটো কাকো বুজাব নোৱাৰিলো !"

আমাৰ মা কেতিয়াও ভাৰম'ণ্টবাসী নাছিল। আধ্যাত্মিক আৰু মানসিক দিশৰ পৰা তেওঁ সদায় বোষ্টনৰ নাগৰিক আছিল।

"কোনো ভয় নাই মা"—মই ক'লো। "জেৰল্ড আৰু মই পিকিঙত বাস কৰিম।"

কথাষাৰে মাক কঁপাই তুলিলে, "তুমি কেতিয়াও চীনলৈ যাব নোৱাৰা। বাস কৰাটো দূৰৈৰ কথা"—মায়ে প্ৰতিবাদৰ সুৰত কৈ উঠিল। "তুমি জানো ভাৰম'ণ্টলৈ আহি বসতি কৰা নাই ?"—মই লগে লগে কৈ দিলো।

"সেইবুলি চীনত"—মায়ে অসন্তুষ্টিৰ ভাব প্ৰকাশ কৰি ক'লে।

"লণ্ডন, পেৰিচ বা ৰোমতকৈ পিকিঙ বৰ বেচি আঁতৰত নহয় মা"—প্ৰিয়তমৰ সুৰতে ময়ো উত্তৰ দিলো।

"পিকিঙলৈ যোৱা মই কাকো শুনা নাই"—দূৰত্বৰ ব্যৱধান বঢ়াই দিবলৈ মায়ে চেষ্টা কৰিলে।

"জেকলিনজৰ আইতাই সেখোন গৈছিল"—মই সোঁৱৰাই দিলো। "এনেকি তেওঁক তাতে কবৰো দিয়া হৈছিল।"

"তেওঁ য'লৈকে নেযাওক—তেতিয়া তেওঁৰ জীৱনৰ অন্তিম কাল সমাগত। মায়ে গহীনাই ক'লে, মুখত অপৰাজেয় ভাব।

"তেওঁ তাতে শেষ নিশ্বাস পেলাবলৈ ইচ্ছা কৰিছিল। জেৰল্ডে সেইদৰে কৈছিল।"

মায়ে এটি হুমুনিয়াহ কাঢ়িলে।

"মোক চুমা দি বিদায় দিয়া" মায়ে ক'লে। "মই পিকিঙলৈ কেতিয়াও নেযাওঁ" —মই হালি চুমা খোৱাৰ লগে লগে তেওঁ ক'লে।

"তুমি যাব পৰিবা" মই ৰঙতে কলো। সেই সময়ত কিয় জানো মোৰ মনটো আনন্দত নাঁচি ফুৰিছিল।

মায়ে ঠিকেই কৈছিল। পিকিঙলৈ তেওঁ কেতিয়াও নগ'ল। জেৰল্ডৰ লগত মোৰ বিয়া হবৰ এবছৰ নৌ হওঁতেই তেওঁ হঠাতে নিউমোনিয়া ৰোগত প্ৰাণত্যাগ কৰিলে। প্ৰতিটো শীতেত গৰম চাদৰখন গাত মেৰাই লৈ তেওঁ কোৱা কথাষাৰ মোৰ এতিয়াও মনত আছে।

"ভাৰম'ণ্টৰ এই চেঁচা শীতকালতে কেতিয়াবা মোৰ মৃত্যু হব চাবা", তেওঁ প্ৰায়ে এইদৰে কৈছিল। অৱশেষত ই সঁচা হৈ পৰিল। শীতেই তেওঁক মাৰিলে। কিন্তু এই শীত অকল বাহিৰৰ শীতেই নহয়, তেওঁৰ হিমচেঁচা অন্তৰখনো ইয়াৰ বাবে সমানে দায়ী।

* * *

যোৱা কালি সন্ধিয়াৰ আগে আগে হঠাতে আকাশ ক'লা কৰি এছাটি ধুমুহা প্ৰবলবেগে বলিছিল। মানুহ-দুনুহ চৰাই-চিৰিকতিৰ কষ্টৰ সীমা নাইকিয়া হৈছিল। ইয়াৰ আগেয়েও এনেকুৱা ধুমুহা বতাহ বলিছিল যদিও কালিৰটো সঁচাই বৰ সাংঘাতিক ধৰণৰ আছিল। পিকিঙত এনেকুৱা 'বা-মাৰলী' বোৱে ধূলিৰে চহৰখন তেনেই ওপচাই পেলাইছিল। কিন্তু যোৱাকালিৰ ধুমুহাৰ লগত ধূলিও নাই, বৰষুণও নাই। দুই এটোপাল পৰিছিল, কিন্তু প্ৰচণ্ড বতাহে সেই মেঘৰ চপৰাবোৰ কেনিবা উৰাই লৈ গ'ল। বতাহ বলা বাবে এজাৰথিনি সোনকালে নাইকিয়া হৈ গ'ল।

ৰবকাল ৰতৰত আজি কুঁৱলীয়ে পাহাৰবোৰ আৱৰি ধৰিছে। ইবেলিৰ ৰলধাটিলৈ মোৰ ভয় লাগিছে। বৰ্ডীটোলৈ চকু নেপেলাবলৈ চেষ্টা কৰিছো।

কিয়নো ঘড়ীলৈ চাই ডাকপিয়নটোলৈ অপেক্ষা কৰাৰ আৰু প্ৰয়োজন নাই। জেৰল্ডৰ পৰা দুনাই চিঠি পাম বুলি আশা এৰি পেলাইছো। প্ৰতিদিনে মই নিজকে তাকেই কৈ আছিছো। ৰাতিপুৱা ম্যাটে যেতিয়া ডাকটো আনে মই উলটি নোচোৱাকৈয়ে আদেশ দিলো - "মোৰ অফিচৰ টেবুলত থৈ আহগৈ।" কিন্তু পিচ মুহূৰ্ত্তে কিয় জানো উঠি চাবলৈ গৈছিলো, সঁচাই মই বিচৰা চিঠিখন তাত নাই।

গতিকে মই বাগানত সোমালো। আমাৰ ফলৰ বাগানখন তেনেই সৰু নাছিল। গছৰ আগবোৰ ঠিক এই সময়তে কাটি দিবৰ হৈছে। আমাৰ আপেলৰ গছবোৰ পুৰণি আৰু বেচ ডাঙৰ। মাটিৰ তলৰ ভঁৰালটোত এতিয়াও বহুত আপেল আছে, মানুহক বিলাইয়ো শেষ কৰিব নোৱাৰিলো। ৰঙচুৱা ছালেৰে একোটাৰ ওজন এক পাউণ্ডলৈকে হৈছিল, খাবলৈও বেছ সোৱাদ। মই যেতিয়াই এটি আপেলত কামোৰ দিছিলো লগে লগে জেৰল্ডলৈ মনত পৰিছিল। তেওঁ আপেল ভাল নাপাইছিল। চীনা আপেলতকৈ আমাৰ আমেৰিকান আপেলবোৰ বেচি সোৱাদ। তথাপি জেৰল্ডৰ ই প্ৰিয় নাছিল। অনেক সময়ত আমাক আপেল ছিঙোতে তেওঁ আহি সহায় কৰি দিছিল, কিন্তু তেওঁ খোৱা বুলি মোৰ মনত নপৰে। তাতকৈ তেওঁ নাচপতিকে ভাল পাইছিল। হলেও খাইছিল বৰ কমকৈ। এবাৰ মই এক প্লেট দিয়াত কোনোমতে এটি নাচপতি শেষ কৰি তেওঁ মন্তব্য দিছিল—"এইবোৰ তেনেই কোমল। চীনা নাচপতিবোৰ দেখিবলৈ ইমান কোমল নহয় যদিও ভিতৰত ৰসেৰে পৰিপূৰ্ণ কিন্তু।"

"তেনেহলে সেয়া নাচপতি নহয়"—খং তুলিবলৈ মই কৈছিলো।

"ৰ'বা আৰু কেইদিনমান বাট চোৱা"—তেওঁ উত্তৰ দিছিল।

কাৰণ আমাৰ বিয়াৰ বাবে তেতিয়া আমি প্ৰতিজ্ঞাবদ্ধ। তেওঁৰ ডক্টৰেট উপাধিটো নোপোৱালৈকে কেৱল তাৰিখটো ঠিক কৰা নাছিলো, পিচত সঁচাকৈয়ে যেতিয়া তেওঁৰ সৈতে পিকিঙলৈ গৈ তাৰ নাচপতি খালো তাৰ শ্ৰেষ্ঠত্ব স্বীকাৰ নকৰি নোৱাৰিলো। সোৱাদ আৰু গঢ উভয়তে আমেৰিকান নাচপতিতকৈ সেইবোৰ সম্পূৰ্ণ বেলেগ।

...বাগানত গোটেই দিনটো আমি খাটিলো। আমি মানে মই আৰু ম্যাট। সি বৰ নিৰীহ আৰু নীৰৱ কৰ্মী, ঘৰ ভাৰমণ্টতে। দাঁতকেইটা ডেকা কালতে গৈছে। তাৰ খাদ্যও আমাৰ সৈতে নিমিলে। মই কেতিয়াবা জোৰ কৰিলেও সি মোৰ সৈতে খাবলৈ নবহে। সি মোৰ বিয়াৰ কথা আৰু মই চীনত থকা কথা জানে। সিও চাগৈ জেৰল্ডৰ কথা ভাবি বিস্ময় মানে। কিন্তু বাগানখনৰ বাহিৰে আইন

কোনো বিষয়ে সি মোৰ লৈতে কথা নেপাতে। পাতিলে খুব বেচি [illegible] কেইটিমান কলহপ্ৰিয় পৰিয়ালৰ কাজিয়াৰ কথা। "টম মচেৰ আৰু তাৰ ঘৈণীয়েক মলীৰ কাজিয়াখন আজি মই শুনিছিলো।"

"সি তাইলৈ এখন চুৰি টোঁৱাইছিল, ব্লেড নহয় যেনিবা" ম্যাটে কৈছিল।

"পিচত কি হ'ল?" মই সুধিলো।

"নালটো, সেই শিঙৰ নালটোৰে সি তাইক খুচি দিলে।"

"ক'ত?"

"বুকুতেই··· ।"

মলীৰ হৃষ্টপুষ্ট ওখ বুকুখনলৈ মোৰ মনত পৰিল। গাত লেপেট খোৱাকৈ সদায় তাই চুৰেটাৰ পিন্ধিছিল। আলোচনাটি আৰু আগবাঢ়িব নিদি সিমানতে শেষ কৰিলো।

"ৰেণী স্কুলৰ পৰা অহাৰ আগেয়ে বাগানৰ আধৰুৱা কামখিনি শেষ কৰিব লাগিব," মই ক'লো। আৰু দুয়ো পুনৰ কামত লাগিলো।

মোৰ মনটোৱে ভাৰমণ্টৰ টিলাৰ পৰা যেতিয়া সুদূৰ দেশত বিচৰণ কৰিছিল হাতদুখন ব্যস্ত আছিল আপেল গছৰ আগবোৰ চুটি কৰাত। কুমলীয়া ডাঙৰ ডালবোৰতকৈ সৰু আৰু ঘন ডালবোৰত ফল বেছিকৈ দিয়ে। কৰত আৰু কেঁচী উভয়বিধৰে ব্যৱহাৰ মই শিকিছিলো। বাচি বাচি ডাঙৰ ডাল আগেয়ে কাটিছিলো, এক ইঞ্চি বা দুই ইঞ্চি ওপৰ মূৰাকৈ—যাতে ডালটো ফালি নেযায়। ডালকটা অস্ত্ৰবোৰ সদায় চোকা কৈ ৰাখি অতি মিহিকৈ ডালবোৰ কটাত মই পাৰ্গত আছিলো।

বসন্ত আহিল, ই কাৰো হকা-বাধা নেমানে। ইয়াৰ প্ৰভাৱবোৰত মোৰ ভয়ৰ মাত্ৰা চৰিছিল। ৰেণীয়ে প্ৰায়ে সোধে—"মা চিঠি নাই?"

মই মূৰ জোকাৰি উত্তৰ দিওঁ, "বোধহয় চিঠি দিয়াটো দেউতাৰাৰ বাবে লাহে লাহে কঠিন হৈ পৰিছে। চতুৰ সাম্যবাদী প্ৰচাৰৰ অাঁৰত মাৰ্কিন-বিদ্বেষী নীতি চীনত দৃঢ়তৰ হব ধৰিছে।"

ৰেণীয়ে চিন্তাযুক্ত মনেৰে কয়, "সাম্যবাদ প্ৰকৃততে কি বাৰু?"

"কোনে জানে?" মই উত্তৰ দিওঁ। "জনসাধাৰণে ইচ্ছামতে যি কৰে সেয়ে সাম্যবাদ।" পিচত ইয়াৰ প্ৰতিষ্ঠাতা সেই আচৰিত ধৰণৰ সৰুকৈ মানুহজন কাৰ্ল মাৰ্ক্সৰ কথা মই তাক বুজাইছিলো।

"আনকি আমাৰ জীৱনবিলাকো ৰেণী সেই মানুহজনৰ বাবে চোৱাচোন কেনেকুৱা হৈ গ'ল? তুমি তোমাৰ দেউতাৰাক এৰি মই মোৰ স্বামীক এৰি দিন কটাবলগীয়া হ'ল?"—মই ল'ৰাক কৈছিলো।

"দেউতাই বাৰু নিজকে কিয় মুক্ত কৰিব নোৱাৰে, মা?" ৰেণীয়ে সুধিছিল।

মই এই প্ৰশ্নৰ উত্তৰ কেনেকৈ দিওঁ বাৰু? তথাপি ক'লো—"বোধহয় আমাৰ দেশখনো যদি কমিউনিষ্ট হ'লহেঁতেন তেতিয়া আমাৰ মুক্তি সম্ভৱপৰ হ'লহেঁতেন!"

"আমি পাৰিলোহেঁতেন নে?" তাৰ পৰা পুনৰ প্ৰশ্ন আহিল।

"আৰু আমাৰ দেউতায়ো—"

"মই নেজানো"—মই ক'লো।

"মই নোৱাৰিলোহেঁতেন"—ৰেণীয়ে সমান জোৰেৰে ক'লে।" সঁচাকৈ ক'বলৈ হ'লে এইখন যে মোৰ দেশ তাকো মই ক'ব নোৱাৰোঁ।

"এইখনেই তোৰ দেশ যিহেতু ই মোৰো,"—মই ক'লো আৰু আলোচনাৰ অন্ত পেলাবলৈ ক'লো "আজিলৈ ইমানতে শেষ কৰো আমাৰ কথা।"

অৱশ্যে মই ভালদৰে জানিছিলো ইয়াতেই শেষ হব নোৱাৰে। ৰেণীয়ে তাৰ নিজৰ দেশখন বাচি লব লাগিব।

আৰু পলমকৈ হলেও এদিন তাক মই ক'বই লাগিব যে তাৰ দেউতাকৰ সৰ্বশেষ চিঠিখন মই পাইছো। তাক মই ওপৰ মহলাত গোপন বাকচ এটিত তলা মাৰি থৈছো। পুনৰ চিঠি পোৱাৰ আশা সমূলি নাই।

গধূলি ৰান্ধনি ঘৰৰ চিমনিৰ কাষত বহি যেতিয়া আমি ৰাতিৰ আহাৰ খাবলৈ বহিলো, ৰেণীয়ে পুনৰ আবেলিৰ আলোচনাৰ পাতনি মেলিলে, "মা মই ভাবো দেউতাই যি কোনো প্ৰকাৰে আমালৈ এখন চিঠি পঠিয়াব পাৰে।"

"তেওঁৰ ওপৰত কেনে ধৰণৰ বাধা-নিষেধৰ ব্যৱস্থা ৰাখিছে আমি ক'ব নোৱাৰো"—মই ক'লো। "তেওঁৰ দেউতাকো যে আমেৰিকান আছিল ইয়েই বিপদৰ কথা।"

"আমাৰ ককাদেউতা মেক্‌লিয়ডৰ ক'ত থাকে বাৰু?" ৰেণীয়ে সুধিলে।

"তেওঁ কেনচাচত আছে। আমি দুই-এদিনতে গৈ তেওঁক বিচাৰি উলিয়াব লাগিব"—মই ক'লো। "তোমাৰ মনত আছেনে 'বাবা' বুলি যে মাতিছিলা।"

মই জুইকুৰালৈ লক্ষ্যহীনভাবে চাই থাকিলো। বহুদিন আগেয়ে জেৰল্ডৰ দেউতাকৰ তালৈ যাম বুলি ভাবি থৈছিলো। চাংহাই বিমান বন্দৰত বিদায় লবৰ আগমুহূৰ্তত প্ৰিয়তমে কৰা অনুৰোধৰ ভিতৰত ইও এটা।

"ৰেণীক লগত লৈ মোৰ দেউতাক দেখা কৰিবাগৈ। নাতিয়েকক দেখি তেওঁ সুখ পাব"—তেওঁ কৈছিল।

"সেই বাবেই তুমি আমাক আমেৰিকালৈ পঠাব খুজিছা নেকি?" মই দাবীৰ সুৰত কৈছিলো।

"বহুতৰ ভিতৰত ইও এটা কাৰণ"—তেওঁ উত্তৰ দিছিল।

"তেনেহলে মই ইয়াতে থাকিম"—মই প্ৰতিবাদৰ সুৰত ক'লো।

"তুমি যাবই লাগিব" জেৰল্ডে কৈছিল, "আৰু ৰেণীকো লগত নিব লাগিব।"

তাৰ পিচত আমি উভয়ে জনা অথচ মুখফুটাই ক'ব নোৱাৰা সেই সাংঘাটিক কথাষাৰ অনিচ্ছাসত্বেও তেওঁ কৈ দিলে, "তোমালোকৰ জীৱন ইয়াত থাকিলে নিৰাপদ নহব।"

কথাষাৰ কৈয়ে তেওঁ নিজৰ চাৰিওফালে এবাৰ চালে। জেৰল্ডৰ ভয় সিদিনাই মই প্ৰথম দেখিলো। যুদ্ধ আৰু বোমাবৰ্ষণৰ বিভীষিকাময় মুহূৰ্ত্ততো মই তেওঁক ভয়াতুৰ হোৱা দেখা নাছিলো। হব পাৰে তেতিয়া তেওঁ মনৰ ভাব হয়তো লুকাই ৰাখিছিল, কিন্তু সিদিনা নোৱাৰিলে।

"...কিন্তু তোমাৰ কি হ'ব?" মোৰ অন্তৰ ভয়ত কঁপি উঠিছিল।

"মোৰ এফাল চীনৰ মহয় জানো? গতিকে মোৰ বিপদ কম"—উত্তৰত তেওঁ কৈছিল।

"কিন্তু সিহঁতে?" মোৰ ওঁঠযুৰি কঁপিছিল। কমিউনিষ্টবোৰক আমি 'সিহঁত' বুলিয়েই কৈছিলো।

"সিহঁতৰ বাবে মোৰ প্ৰয়োজন অপৰিহাৰ্য্য হৈ পৰিব"—তেওঁ লগে লগে উত্তৰ দিলে।

এই আলোচনা আমি দুয়ো অকলে, আমাৰ পিকিঙৰ ঘৰত দুৱাৰ-খিৰিকি বন্ধ কৰি শোৱা-কোঠাত পাতিব পাৰিলে মই পৰম তৃপ্তি পালোহেঁতেন। মই তেতিয়া তেওঁৰ বুকুত মূৰটো গুজি দি তেওঁৰ পৰা আচল কথাটো উলিয়াব পাৰিলোহেঁতেন। জেৰল্ডৰ পৰা কথা বাহিৰ কৰা জানো সহজ কাম? তেওঁৰ এটি সুদৃঢ় মন আছে। তেওঁক লাগে যুক্তি। তেওঁ নিজে মান্তি নহলে জোৰ কৰিবৰ উপায় নাই। সিদিনা আমাৰ আলাপ হৈছিল জাহাজঘাটত। দুয়ো ওচৰা-ওচৰিকৈ থিয় হৈ আছিলো। বতাহৰ কোবত মোৰ চুলি আউলি-বাউলী হৈ পৰিছিল। মই মাথো বুৰ্ব্বকৰ দৰে অনুৰাগহীন প্ৰশ্ন এটি কৰিছিলো।

"বাৰু জেৰল্ড, তুমি নিজকে ইয়াত কিয় অপৰিহাৰ্য্য কৰি তুলিব খুজিছা?"

"উপায় নাই"—তেওঁ উত্তৰ দিছিল।

ইমানতে আলোচনাৰ সামৰণি পৰিছিল। জাহাজলৈ আগবঢ়াই নিবলৈ অহা নাওখন আমাৰ বাবে বৈ আছিল। সৰু নাওখনত বহা নীৰৱ যাত্ৰীবোৰৰ সৈতে কৈ কথা পতা নিৰাপদ নহয় বুলি মন বান্ধিলো। কিন্তু মোৰ মনত আছে সেই আলোচনাৰ চিন্তাই তেতিয়াও মোৰ মন আবৰি আছিল। কথা পতাটো কেতিয়াৰ পৰা বিপদজনক হ'ল বাৰু? কোন মুহূৰ্তত হাঁহি মাতি কথা কৈ থকা মানুহবোৰৰ মন নিৰাশা আৰু নিৰানন্দত বুৰ গ'ল তলকিবই নোৱাৰিলো। পৰস্পৰৰ মাজত অবিশ্বাস আৰু ভয়ৰ ভাব কেতিয়া সোমাল তাকো ঠিককৈ মনত নাই। পৰিবৰ্তন ঘটিছিল অতি মৃদু গতিত। কিন্তু এই পৰিবৰ্তনটো যিদিনা চকুত ধৰা পৰিছিল সিদিনা নিষ্ঠুৰ বাস্তৱকে সত্য বুলি মনাৰ বাহিৰে উপায় নাছিল। আৰু ইয়াৰে চৰম পৰিণতি উপলব্ধি হৈছিল বিদায় মুহূৰ্তত জেৰল্ড আৰু মোৰ মাজত বিৰাজ কৰা নীৰৱতাখিনিত।

বহুত দিন হ'ল, নিশা ভালদৰে মোৰ টোপনি নাহে। ৰাতিপুৱাই সাৰ পাওঁ। ঘৰটোত খুব সাৱধানে অহা-যোৱা কৰো যাতে ৰেণীয়ে গম নাপায়। কাৰণ মোৰ বাবে তাৰ কাণ সদায় সজাগ। কিবা এটা ঘটনা ঘটিছে বুলি সিও অনুমান কৰিছে। তথাপি তাক মই সেই চিঠিখনৰ কথা কোৱা নাই। মই দুখ কৰি থকা বুলি সি ভাবে, কাৰণ কেবামাহো ধৰি তাৰ দেউতাকৰ পৰা মই এখন চিঠিও পোৱা নাই। সি কয়, "মা, আমাৰ চিঠিবোৰ ক'ৰবাত দ'মথাই আছে বুলি মই জোৰকৈ ক'ব পাৰো। পিয়নবোৰ কেনেকৈ আহে দেখিছাই নহয়? ডাকবোৰ লৈ আহি সিহঁতে বাটত ক'ৰবাত পেটভৰাই খায় আৰু গছৰ ছাঁত জিৰণি লৈ টোপনি যায়।"

আচলতে ই মিছা। পিকিঙৰ পৰা অহা আৰু পিকিঙলৈ ডাক যোৱা কাম অতি নিখুত ভাৱে চলি আছে। তাৰ অৱনতি হোৱা বুলি মোৰ বিশ্বাস নহয়। ইংৰাজসকলে এই বিভাগটো পৰিচালনা কৰিছিল। তেওঁলোকৰ কামবোৰ বেচ নিয়মীয়া আৰু ওখ থাপৰ। ৰেণীৰ কথাবোৰ হাঁহি পাতলাই দিয়াৰ বাহিৰে মোৰ উপায় নাছিল। মই কওঁ, "এৰা, তোমাৰ কথাই ঠিক। হলেও মোৰ চিন্তা নাই। কোনো খবৰেই ভাল নেলাগিব বুজিছা।"

এইটো এটা পুৰণি সাঁথৰ। এই অমঙ্গলীয়া চিঠিখন নোপোৱাহেঁতেন কিমান সুখৰ বিষয় হ'লহেঁতেন। এটি সজীৱ পদাৰ্থৰ দৰে চিঠিখন মোৰ টেবুলৰ গোপন 'ড্ৰয়াৰ' এটিত সুমুৱাই ৰাখিছো। অকল সেয়ে নহয়, খামটো বন্ধ কৰি লাৰে চীল মাৰি থৈছো। নহ'লে ৰেণীয়ে কাহানিবা বিচাৰি উলিয়াব পাৰে। চিঠিখন চীল

মাৰি বন্ধ কৰি থবৰ সময়ত মই নিজেই শপত খাইছিলো—দুনাই সেইখন আৰু নপঢ়ো বুলি।

···যোৱা নিশা মই বৰ অকলশৰীয়া যেন অনুভৱ কৰিছিলো। আজি-কালি এই অকলশৰীয়া ভাবটো সঘনে মোৰ মনলৈ আহে। উহ্ কি যন্ত্রণা! মৃত্যুতকৈও অধিক পীড়াদায়ক। মই এতিয়াও স্ত্রী অথচ মোৰ স্বামী নাই। সম্ভৱ গিৰিয়েকৰ মৃত্যুৰ পিচত তেওঁৰ বিধবা পত্নীৰ দুখো ইয়াতকৈ বেচি নহয়। যদি বিধবাগৰাকীৰ প্রেম সঁচাই মহৎ হয় তেনেহলে তেওঁৰো এটি ফালৰ মৃত্যু লগে লগেই হয়। আন পুৰুষৰ সংস্পর্শত সেই ফালটোৱে আৰু পুনর্জীৱন পাব নোৱাৰে। কিন্তু মইতো বিধবা নহওঁ। ৰাতি মই ভাবো আৰু অপেক্ষা কৰোঁ। মোৰ নির্জন বিচনাখনত পৰি মই সপোন দেখোঁ, সেই সপোনবোৰে সময় আৰু দূৰত্বৰ ব্যৱধান নাইকিয়া কৰি সুদূৰ সাগৰৰ সিপাৰলৈ মোৰ প্রিয়তমক বিচাৰি উৰি যায়। তাত গৈ চিনাকি আলিবোৰেৰে খোজ কাঢ়ি মই আমাৰ পদুলি মুখ ওলাওঁগৈ। পদুলিমুখত থকা প্রতিবন্ধকবোৰে মোৰ অশৰীৰী মানুহটোক বাধা দিব নোৱাৰে। গতিকে মই আগফালৰ চোতাল পাৰ হৈ ভিতৰ সোমাওঁ। প্রহৰীয়ে সাৰ নেপায়, সি মোক দেখুনে আৰু ইচ্ছা কৰিলেও বাধা দিব নোৱাৰে। কাৰণ এয়া মোৰ ঘৰ. মই যি ধৰণে এৰি গৈছিলো ঠিক সেই অৱস্থাতে আছে। মই উভটি আহিম বুলি যেন কৈ গৈছিলো। জেৰল্ড আৰু মই আঁতৰি থাকিব নোৱাৰো। সেয়েই আছিল মোৰ বিশ্বাস।

মই চাকৰকিটাক কৈছিলো—“মই ৰখাৰ দৰে আটাইবোৰ বস্তু ঠিকমতে ৰাখিবা।”

“নিশ্চয় ৰাখিম”, সিহঁতে প্রতিজ্ঞা কৰিছিল।

“নেপাহৰিবা কিন্তু”—মই কৈছিলো। “আমাৰ গৰাকীয়ে ৰাতি আহি গৰম খানা পাবই লাগিব যিমানে পলম হওক লাগিলে।”

“আমি কেতিয়াও নেপাহৰোঁ।”—সিহঁতে একমুখে কৈছিল।

“মই উলটি আহিম”—মই কৈছিলো।

“আমাৰ মা উভটি আহিব”—সিহঁতেও কৈছিল।

পিচ মুহূর্ততে মোৰ আত্মাই সুৰঁৰি সুঁৰৰি ইটো কোঠাৰ পিচত সিটো কোঠা পাৰ হৈ একেবাৰে জেৰল্ডৰ শোৱা কোঠা পায়গৈ। জেৰল্ড তেতিয়া গভীৰ টোপনিত। তেওঁ জানো অকলে শুইছে? তেওঁ এতিয়াও অকলে আছে জানো?

ভয় খাই মোৰ আত্মাটি দুৱাৰ মুখতে থিয় হৈ ৰ'ল। মুহূৰ্ততে উৰি আহি মোৰ এইখিনি পালেহি। জেৰল্ডে লিখা চিঠিখনৰ তাৰিখটো কি আছিল বাৰু? চিঠিত সেইটো উল্লেখ কৰা হৈ আছিল জানো? মোৰ সঠিক মনত নাই। সশৰীৰেৰে মই উঠি যাওঁ আৰু 'ড্ৰয়াৰ'ৰ ভিতৰৰ পৰা চিঠিখন উলিয়াওঁ। চীলটো ভাঙি ময়েই পুনৰ চিঠিখন খুলিলো। আৰম্ভণীৰ কথাফাকি পুনৰ পঢ়োঁ—

"মোৰ কথাটি জনাই থওঁ যে মই কেৱল তোমাকেহে ভাল পাওঁ।"

মোৰ মূৰটো ঢলি পৰে, কাল্দোনৰ গতি মই বোধ কৰিব নোৱাৰা হৈ পৰো। এই কথাফাকি যে লিখিছে এয়েই জানো যথেষ্ট নহয়! তেওঁ আজি নিশা অকলে শুব নে সুগুৰে তাত মোৰ কি হানি হব? চিঠিখন পুনৰ ভাজ কৰিলো, মোৰ প্ৰশ্নই কিন্তু উত্তৰ বিচাৰি নেপালে। আকৌ এবাৰ চীল মাৰি চিঠিখন অতি গোপনে 'ড্ৰয়াৰ'ত সুমুৱাই থলো।

বিচনালৈ উভটি যাবৰ মোৰ শক্তি নাই। মৃত্যুৱে বিধৱা কৰা নাৰীৰ কামনা-বাসনা জানো নেথাকে। কবৰ দি থোৱা জনৰ আশাত জানো শৰীৰটো জীয়াই থাকে? কিন্তু জেৰল্ডৰতো মৃত্যু হোৱা নাই। তেওঁৰ অস্তিত্ব কেৱল স্মৃতিত সীমাবদ্ধ নহয়। তেওঁৰ বাস্তৱ অস্তিত্ব আছে। তেওঁ তাত আমাৰ ঘৰতে আছে। নিশা তেওঁ ঘৰলৈ আহে, আহাৰ খায়, শোৱে আৰু পিচদিনা সাৰ পাই কৰ্ত্তব্যত মনোনিবেশ কৰে। যি জোনৰ পোহৰ খিৰিকিৰে আহি মোৰ কোঠাত পৰিছে সেই জোনটো তেৰেঁা দেখিছে। তেওঁৰ শাৰীৰিক সচেতনতাই মোৰ তেজ বলিয়া কৰি তুলিছে। তেওঁক পাবলৈ মন আকুল হৈ উঠে, কাৰণ তেওঁৰ মৃত্যু হোৱা নাই, তেওঁ জীয়াই আছে। তেৰেঁা নিশ্চয় জানে, খুব ভালকৈ জানে ময়ো সেই জোনটোলৈ খিৰিকিৰ ওচৰত থিয় হৈ চাই আছো। বসন্তকালৰ এই জোনালী নিশা মোৰ মনত পৰে.........।

কাৰণ এই ঘৰটোতে জীৱনত পোন প্ৰথমবাৰৰ বাবে আমি আমাৰ প্ৰেমৰ আন্তৰিকতা আৰু গভীৰতাৰ বাস্তৱ অভিজ্ঞতা লাভ কৰিছিলো। তেতিয়াও আমাৰ বিয়া হোৱা নাছিল। মই আজি ক'বলৈ সংকোচ নকৰো। আমাৰ অতি গোপন কথাবিলাক মই কাকো জনোৱা নাই। মোৰ বিশ্বাস তেৰেঁা লুকাই ৰাখিছে। কাৰণ তেওঁ প্ৰকাশ কৰিছে যে যি কোনো অৱস্থাতে অকল মোকেহে তেওঁ ভাল পায়। গতিকে তেওঁ লুকাই ৰাখিব পাৰিছে। কোনোবাই ক'ব পাৰে আমি ভুল কৰিছিলো বুলি। কিন্তু মই যি স্থিৰ কৰিছিলো তাৰ বাবে কেতিয়াও আক্ষেপ নকৰো। প্ৰথম প্ৰেমৰ সেই কেইদিনত কোমলমতি জেৰল্ডৰ

মন এটি আচৰিত ধৰণৰ শঙ্কাৰে আবৃত হৈ আছিল। তেওঁৰ ভয় আছিল কিজানি তেওঁৰ চীনা তেজৰ প্ৰভাৱখিনিত মই বিৰক্ত হওঁ। সঁচা কথা, কেতিয়াবা কেতিয়াবা তেওঁক মাৰ্কিন যেন লগাতকৈ চীনা যেনহে লাগিছিল।

মই তেওঁৰ গাত ঢলি পৰি চিঞৰিছিলো—"ওহ্ ডাৰ্লিং, কি অজলা তুমি ?"

তেওঁ মোক মৰমসনা মাতেৰে সম্বোধন কৰাৰ বহু আগেয়ে মই তেওঁক 'ডাৰ্লিং' বুলি মাতিছিলো। তেওঁ যেতিয়া মৰম কৰি মাতিবলৈ আৰম্ভ কৰিছিল তেতিয়া যেন তেওঁ স্বাভাৱিক হব পৰা নাছিল। তাকো অইন মানুহৰ উপস্থিতিত কেতিয়াও নোৱাৰিছিল।

তেওঁৰ গহীন ক'লা চকুযুৰিৰ সেই দৃষ্টিটো মোৰ আজিও মনত আছে, "তোমাৰ প্ৰেম অবিহনে মই জীয়াই থাকিব পাৰিলোহেঁতেন"—তেওঁ কৈছিল, "কিন্তু সেই প্ৰেম পোৱাৰ পিচত তাক হেৰুৱাই জীয়াই থকাটো মই ভাবিবই নোৱাৰোঁ। সেয়ে মোক বিয়া কৰাবলৈ তোমাক ক'বলৈ সাহসে নুকুলায়।"

কথাটো মিছা নহয়। তেওঁ মোক সেই কথাটো সোধা নাছিল, এনেকি মোক বাগদত্তা হৈ থকা বুলি ক'বলৈও তেওঁ মোক অনুমতি দিয়া নাছিল।

"মই হলে সদায়ে তোমাক ভাল পাই থাকিম"—মোৰ অন্তৰ ফাটি কথাষাৰ ওলাই আহিছিল।

"তুমি নেজানা,"—তেওঁ কৈছিল। "তুমি যদি ক'ব নোৱাৰা। শৰীৰটোৰো নিজা মত বুলি বস্তু এটা আছে।"

আজিৰ দৰে জোনালী নিশা এটিত এই আলোচনা আমি পাতিছিলো। বসন্তৰ আগমন সিবেলি অলপ পলমকৈ হৈছিল। গছজোপাৰ তলত আমি দুয়ো অকলে বহুপৰলৈকে কথা পাতি আছিলো। মা তেতিয়া আমাৰ পৰা আঁতৰত আছিল। মোৰ জাৰ লাগিছিল, তেতিয়া তেওঁ নিজৰ কোটটো খুলি এফাল মোৰ কান্ধত দিছিল আৰু তেওঁৰ আশ্ৰয়তে মই খোজ কাঢ়ি গৈছিলো।

"তুমিহে নিজৰ বিষয়ে ডাঠি ক'ব নোৱাৰা"—মই কৈছিলো। কৈয়েই মই ভাবিছিলো কেনেকৈ তেওঁক এই বিষয়ত স্পষ্ট কৰিব পৰা যায়।

"মই নজনা কিবা গোপনীয় কাৰণত তোমাক ভাল পাব নোৱাৰিম বুলি যদি তুমি ভাবিছা"—মই পুনৰ আৰম্ভ কৰিলো "তেন্তে আজি নিশা মোৰ কোঠালৈ আহিবা", মই ক'লো, "আমি মুকলি ভাবে কথা পাতিম, বিয়া সোমোৱাৰ আগেয়ে আমাৰ প্ৰত্যেকৰে মনটো নিসন্দেহ আৰু স্পষ্ট হোৱা উচিত।"

মোৰ কথাত তেওঁ চক্ খাই উঠিছিল। তেওঁ কঁপিছিল বুলি মোৰ অনুমান হৈছিল। তেওঁ মাত্র কৈছিল, "ওহোঁ মই সেইটো কৰিব নোৱাৰোঁ।।"

এইদৰেই জুন মাহ পৰিছিল। তেতিয়া হাৰ্ভাৰ্ডৰ পৰা তেওঁ ডিগ্ৰী পাইছে। সমাবৰ্তন উৎসৱলৈ মা আহিছিল, মোৰ মনত কি আনন্দ আৰু গৌৰৱ সিদিনাখন! স্নাতকৰ টুপী আৰু গাউন পিন্ধি দীঘল দীঘল খোজ পেলাই তেওঁ যেতিয়া আমাৰ ফালে আগবাঢ়ি আহিছিল মা-ও আনন্দত অধীৰ হৈ পৰিছিল। ইমান সুখী অৱস্থাত মাক দেখা আৰু মোৰ মনত নপৰে। সৌন্দৰ্য্যতো তেওঁক চেৰ পেলাব পৰা লোক সিদিনা তাত গোট খোৱা নাছিল। বিজয়ৰ গৌৰৱেৰে তেওঁ মোৰ আৰু মাৰ হাতত ধৰিছিল।

"আপোনালোকক অহাৰ বাবে ধন্যবাদ জনাইছো"—তেওঁ কৈছিল। "নহলে মই নিজকে বৰ অকলশৰীয়া যেন অনুভৱ কৰিলোহেঁতেন।"

"অভিনন্দন জনাইছো তোমাক"—মায়ে কৈছিল। তেওঁৰ দুয়োখন হাতেৰে জেৰল্ডৰ হাতখন চেপি ধৰিছিল। মই পোন হৈ থিয় দি আছিলো, আগবাঢ়ি গৈ তেওঁৰ গালত এটি চুমা খালো। মাৰ সন্মুখত এয়ে প্ৰথম মই তেওঁক চুমা খাইছিলো। তেওঁ লাজতে ৰঙা পৰিছিল আৰু মালৈ চাইছিল। মায়ে কিন্তু মোক গালি দিয়া নাছিল।

সেই নিশা আমি তিনিওজনে বোষ্টনৰ চীনা ৰেষ্টুৰে-ট এখনত ভোজন কৰিলো। জেৰল্ডে আগতীয়াকৈ তাৰ বাবে খবৰ দি থৈছিল। মায়ে এবিধৰ পিচত আনবিধ আহাৰ সোৱাদ লৈ সিদিনা যথেষ্ট নম্ৰতাৰ নিদৰ্শন দেখুৱাইছিল। মই হলে আটাইবোৰকে শেষ কৰি খাইছিলো আৰু খাই তৃপ্তি লভিছিলো। জেৰল্ডে মোৰ খোৱা চাই হাঁহিছিল। তেওঁৰ গহীনতাৰ মাজতো মোলৈ থকা ভালপোৱাখিনি সিদিনা ফুটি ওলাইছিল। মই বুজি পাইছিলো।

পিচদিনাখন আমাৰ লগতে তেওঁ ঘৰলৈ আহিল। গধূলি আমি তিনিওজন আহি ঘৰ সোমালো। আকাশ তেনেই নিৰ্মল আছিল সেইনিশা। মোৰ মনত আছে পাহাৰৰ পৰা এছাটি শীতল আৰু মধুৰ বতাহ বলিছিল। মায়ে ভাগৰি পৰিছিল, সেয়ে সোনকালে আমাৰ পৰা বিদায় লৈ বিচনালৈ গ'ল। জেৰল্ড আৰু মই এচটা বহল শিলৰ ওপৰত বহিলোগৈ। দেউতাই তেখেতৰ মৃত্যুৰ এবছৰ আগেয়ে বাহিৰত বহিবলৈ এই ঠাইখিনি প্ৰস্তুত কৰি লৈছিল। কিয় জানো হঠাতে মোৰ দেউতালৈ মনত পৰিল আৰু জেৰল্ডৰ আগত তেখেতৰ কথা উলিয়াবৰ মন গ'ল।

"দেউতাই তোমাক জনা হলে ভাল লাগিলহেঁতেন—" মই ক'লো।

"—মোৰ বিষয়ে কি ?"—তেওঁ সুধিলে। ইতিমধ্যে তেওঁ চেঁচা অথচ দৃঢ় হাতখনেৰে মোৰ এখন হাতত ধৰিলে। মোৰ হাত সদায় গৰম, সদায় তেওঁৰ হাতৰ পৰশ বিচাৰি ব্যাকুল।

"মোৰ স্বামী হব খোজা মানুহজনক তেখেতে জনা হলে মই বৰ সুখ পালোহেঁতেন"—মই কৈ পেলালো।

বৰ সাহস কৰি কথা এটি কৈ দিলো। কাৰণ মই জানিছিলো যে জেৰল্ডে মোক ভাল পায়। তেওঁৰ সৈতে বিয়াখন পাতিবলৈ তেওঁ মোক কিয় কোৱা নাছিল মই জনা নাছিলো। কিন্তু তাৰ বাবে যথেষ্ট সময় আছিল। কাৰণ চিন্তা আমি উভয়ে তেতিয়া প্ৰেমত বলিয়া।

কিছুপৰ তেওঁ নীৰৱে বহি থাকিল। তেওঁৰ হাতৰ মুঠিত মোৰ হাতখন। পিচত তেওঁ উঠিল আৰু মোকো হাতত ধৰি উঠাই ললে আৰু সাৱটি ধৰি এটি চুমা খালে। তাৰ আগেয়ে তেওঁ মোক কেতিয়াও চুমা খোৱা নাছিল।

সেই মৰমসনা দীঘলীয়া চুমাটিৰ সামৰণিত মযে কাণে কাণে ক'লো, "এতিয়া আৰু আমাৰ বিয়া নিশ্চিত।"

মোক সাৱটি ধৰি তেওঁ ক'লে, "যদি মই নিশ্চিত হব পাৰিলোহেঁতেন···।"

"আমি নিশ্চিত হোৱাহে ভাল", মই ক'লো।

ৰাতিটো হঠাতে গহীন হৈ পৰিল। আমি উভয়ে নীৰৱ হৈ পৰিলো। আমি পুনৰ বহিলো। ক্ৰমে ডাঠ হৈ অহা এন্ধাৰত তেওঁ মোক পিকিঙৰ কথা কৈছিল, পিকিঙৰ তেওঁৰ শৈশৱ কালটোৰ আৰু ঘৰটোৰ কথা কৈছিল। মাক হেনো দেখিবলৈ খুব ধুনীয়া নাছিল। কিন্তু ব্যৱহাৰ আৰু চলন-ফুৰণত অতি অমায়িক আছিল। হাতদুখন অতি কোমল আৰু সুগন্ধি আছিল। জেৰল্ডৰ গালত হাতবুলাই দিওঁতে সেই গোন্ধ তেওঁ সদায় পাইছিল—তেওঁৰ মনত আছে।

"চীনা তিৰোতাসকলে পশ্চিমীয়া তিৰোতাৰ দৰে ল'ৰা-ছোৱালীবোৰক চুমা নাখায়", তেওঁ কৈছিল। "কেচুৱাবোৰক তেওঁলোকে শুঙে আৰু গাত নাকটো ঘঁহি মৰম কৰে। মই যেতিয়া শৈশৱকাল পাৰ হলো মায়ে তেওঁৰ দুহাতেৰে মোৰ গালদুখন মোহাৰি দিছিল। তেওঁৰ হাতৰ কোমলতা আৰু সুঘ্ৰাণখিনি মোৰ সদায় মনত থাকিব।

"তেওঁ কোন আছিল বাৰু ?',—মই সুধিলো, "আৰু তোমাৰ দেউতাৰাক কেনেকৈ বিয়া কৰাবলৈ পালে ?"

"দেউতা যে প্ৰেমত ব্যৰ্থ হৈছিল মই ভালদৰে ক'ব নোৱাৰোঁ।"—জেৰল্ডে কৈ গ'ল। "তেওঁ বিয়া কৰাব খোজা মাৰ্কিন তিৰোতাগৰাকী তেওঁৰ সৈতে চীনলৈ যাবলৈ সন্মত নহ'ল বা তেওঁৰ অভিভাবকে অনুমতি নিদিলে। সম্ভৱ অভিভাবকৰ অবাধ্য হব পৰা সাহস তেওঁৰ নাছিল, গতিকে দেউতাক তেওঁ প্ৰত্যাখ্যান কৰিলে। অভিমান কৰি দেউতাই চীনলৈ গুচি গ'ল আৰু দহবছৰ কাল তাতে অকলশৰীয়াকৈ জীৱন-যাপন কৰিলে। পিচত তুমি জানাই চীনা-সকলে কেনেকৈ······" হঠাৎ তেওঁ ৰৈ গ'ল। "অ' নহয় চীনাসকলৰ বিষয়ে তুমি কেনেকৈ জানিবা? তেওঁলোকৰ বিশ্বাস প্ৰত্যেক পুৰুষ আৰু তিৰোতাই বিয়া কৰাবই লাগিব—কাৰণ এইটো ভগৱানৰ বিধান। প্ৰতিজন পুৰুষ আৰু তিৰোতা সুখত নেথাকিলে সুখীসমাজ এখন গঠন কৰিব নোৱাৰি। গতিকে তেওঁৰ চীনা বন্ধুসকলে দেউতাক বিয়া পাতিবলৈ টানি ধৰিছিল। তেওঁৰ বন্ধুৰৰ হান-যু-ৰেন এ শেষত তেওঁৰ ভনীয়েকক আগবঢ়ালে দেউতালৈ। এইদৰে তেওঁ মোৰ মা হ'ল। তেওঁৰ তেতিয়া বয়স হৈছিল আৰু এপিনৰ পৰা চালে তেওঁক বিধবা বুলিবও পাৰি। কিয়নো যিজন মানুহলৈ সৰুৰে পৰা তেওঁ বাগদত্তা হৈ আছিল সেই মানুহজন বিয়াৰ ঠিক এক সপ্তাহ আগেয়ে সিপুৰীলৈ যাত্ৰা কৰিলে। স্বাধীনচিতীয়া নোহোৱা হলে প্ৰচলিত বিধি অনুসৰি তেওঁ পুনৰ বিবাহ-বান্ধোনত নোসোমালহেঁতেন। এনেকি সন্ন্যাসীনীৰ জীৱন-যাপন কৰাটোও অসম্ভৱ নাছিল।"

"এজন মাৰ্কিন লোকক বিয়া কৰাবলৈ তেওঁ আগ্ৰহশীলা আছিল জানো?"—মই সুধিলো।

"সেইটোৱে আছিল দেউতাৰ বাবে আকৰ্ষণৰ কথা, ইয়েই তেওঁক মাৰ ওচৰলৈ আকৰ্ষিত কৰিছিল," জেৰল্ডে উত্তৰত কৈছিল। "সৰহভাগ চীনা তিৰোতাই বিদেশীলোকক বৰ্জন কৰিলেহেঁতেন। বিদেশীলোকৰ চুলি সৰহ, বেলেগ গোন্ধ এটি আছে, অন্তৰ খুলি কথা নকয়···ইত্যাদি কথা কৈ তেওঁলোকে চিঞৰি উঠিলহেঁতেন।"—শেষৰ কথাখিনিত তেওঁ উজুটি খোৱাৰ দৰে ৰৈ গ'ল।

মই সুধিলো, "তেওঁ তোমাৰ দেউতাৰাক দেখিছিল নে? জেৰল্ডৰ চীনা মাকজনীৰ কথা জানিবলৈ মোৰ কৌতূহল বাঢ়িল। "মাত্ৰ এবাৰ" তেওঁ উত্তৰ দিলে, "যেতিয়া দেউতাই তেওঁৰ বন্ধুৰ ঘৰলৈ গৈছিল তেতিয়া তেওঁ ধাই কোঠাটোত আছিল। পিচত লৰালৰিকৈ ওলাই গ'ল যদিও দেউতাক দেখা পালে। দেউতাৰ কিন্তু চকুত পৰা নাছিল।"

"তোমাৰ দেউতা কিন্তু বৰ ধুনীয়া আছিল",—মই সোৰ্ৰাই দিলো। দেউতাকৰ ফটো এখন তেওঁ এবাৰ মোক দেখুৱাইছিল। "সঁচা কথা।"

"তেওঁলোক সুখী হৈছিল নে?" মই উত্তৰ বিচাৰিলো। তেওঁ অলপ পৰ ভাবিলে। পিচত ক'লে, "তেওঁলোকৰ সুখটো আছিল জোখ-মাখৰ ভিতৰত। মাৰ লগত থাকি একেবাৰে অসুখী হোৱাটোও ডাঙৰ কথা। তেওঁ বৰ ধেমেলীয়া বিধৰ নাছিল, সেইবুলি মনমাৰি থকা বিধৰো নাছিল। সকলো বিষয়তে তেওঁ আছিল পৰিপাটি।"

"পৰিপাটি হোৱাটোৱে জানো মূল কথা?" মই প্ৰায় চিঞৰি উঠিলো। কাৰণ স্বভাৱমতে মই পৰিপাটি নাছিলো। পৰিপাটি হোৱাতকৈও অধিক মূল্যবান কিছুমান গুণ আছে বুলি মোৰ বিশ্বাস।

"পৰিপাটি হব নোৱাৰিলে জীৱনৰ মহত্ত্ব বহুখিনি কমি যায়"—জেৰল্ডে ক'লে।

এইদৰে আমি কথা পাতিছিলো তেনেই শান্ত আৰু মধুৰ পৰিৱেশত। দুয়োৰে হাত লগলাগি আছিল। জোনটো আছিল বহুত ওপৰত। নিৰ্মল আকাশত পাহাৰ কিখন স্পষ্ট হৈ উঠিছিল। যদিও দুয়োৰে মন সাগৰ পাৰ হৈ অতিক্ৰম কৰিছিল ৰাতিলৈ কি হব সেইবিষয়েও আমি গম পাইছিলো। গভীৰ অনুভূতিৰ সময়ত জেৰল্ডৰ মুখেৰে কথা নোলায়, কিন্তু তেওঁৰ নীৰৱতাৰ লক্ষণ, চকুৰ উজ্জ্বল চাৱনি, মাতৰ অস্বাভাৱিক নম্ৰতা দেখিলে তেওঁ কিমান গভীৰ ভাৱত নিমগ্ন ধৰিব নোৱাৰি।

ককাদেউতাৰ ঘড়ীত টং টং কৈ বাৰ বজাৰ শব্দ আমাৰ কাণত পৰিল। দুয়ো একেসময়তে উঠিলো আৰু ঘৰৰ ভিতৰলৈ সোমাই গ'লো। আলহী কোঠাটো একেবাৰে শেমত আছিল। তাতে আমাৰ খোজ বন্ধ হ'ল। গোটেই ঘৰটো নিজম। মাৰ কোঠাৰ দুৱাৰ বন্ধ। গভীৰ নিশা।

"মই মোৰ দুৱাৰখন মেলি ৰাখিম", মই লাহেকৈ ক'লো। তেওঁ মোক দুহাতেৰে আকোৱালি ধৰিলে আৰু পুনৰ চুমা খালে, কিন্তু অতি সংযতভাৱে আৰু মৰমলগাকৈ। পিচত তেওঁ আলহী কোঠাটোৰ ভিতৰ সোমাল আৰু দুৱাৰখন বন্ধ কৰি দিলে।

ময়ো নিজৰ কোঠালৈ উভটি আহিলো আৰু দুৱাৰখন জপাই শুবলৈ সাজু হলো। এক শান্ত সুখৰ শিহৰণ মই অনুভৱ কৰিলো। বিয়াটো কিয় নৈতিক বাধ্যতামূলক অনুষ্ঠান বুলি গণ্য কৰে মই বুজি পালো। এইবোৰকে ভাবি মই

গাটো ধুই দীঘল চুলিটাৰি ফণিয়াই ললো আৰু নতুন বগা নৈশ গাউনটো পিন্ধি ললো। পিচত দুৱাৰখন খুলিলো। তেওঁৰ দুৱাৰ তেতিয়াও বন্ধ আছিল। বাহিৰত খিৰিকি এখনৰ কাষত বহি চাৰিওপিনে আবৰি থকা পাহাৰটোলৈ চাই পঠিয়ালো। প্ৰায় এঘণ্টামানৰ মূৰত তেওঁৰ ভৰিৰ খোজৰ শব্দ শুনিবলৈ পালো। মই উভটি চালো, তেওঁ দুৱাৰ মুখত থিয় হৈ আছে, গাত নীলা চীনা পাটৰ গাউন এটি। দুয়োৰে চকু দুয়োৰে ওপৰত। তেওঁ হাতদুখন আগবঢ়াই দিলে আৰু চকুৰ পচাৰতে মই তেওঁৰ বাহুৰ মাজত সোমাই পৰিলো।

জাৰকালি সন্ধিয়া ৰেণীয়ে যেতিয়া তাৰ স্কুলৰ পাঠ্য পঢ়ে মই মাজে-সময়ে উপন্যাস পঢো। উপন্যাসবোৰ নাৰী আৰু পুৰুষৰ দৈহিক প্ৰেমৰ লীলাখেলাৰ পুনৰাবৃত্তি মাথোন। সেই বৰ্ণনাবোৰত মই বিৰক্তি বোধ কৰিছিলো। প্ৰেমৰ কাহিনীও তেন্তে অৰ্থহীন হব পাৰে! এই অধঃপতনত মই বিস্মিত হৈছিলো। পিচত মই বুজিলো যে নায়ক-নায়িকাৰ অধঃপতন নঘটিলে উপন্যাসও তললৈ যাব নোৱাৰে। মই ভাবি আচৰিত হওঁ—জেৰল্ডৰ সৈতে বিয়া নোহোৱা হলে ময়ো হয়তো এই শ্ৰেণীৰ অন্তঃসাৰশূন্য দৈহিক প্ৰেমৰ জালতে এদিন বন্দিনী হলোহেঁতেন। এই অধঃপতনৰ পৰা পৰিত্ৰাণ কৰা বাবে মোৰ প্ৰিয়তমক ধন্যবাদ। তিৰোতাবিলাকৰ চকুত প্ৰায়ে দেখা অসহায় আৰু শূন্য চাৱনিৰ তাৎপৰ্য্য মই এতিয়া বুজিছো। কিয়নো নৰ-নাৰীৰ মিলনত সৃষ্টি হোৱা সৌন্দৰ্য্যময় বা বিভীষিকাময় মুহূৰ্ত্তৰ বাবে নাৰীতকৈ পুৰুষৰ দায়িত্বই বেছি। এজনী নাৰীৰ সাদৰ সম্ভাষণৰ প্ৰত্যুত্তৰ যদি পুৰুষে কামুক প্ৰবৃত্তিৰে আৰু স্বাৰ্থপৰ ভাৱে দিবলৈ বিচাৰে তেনেহলে নাৰীক অপমান কৰা হয়, নাৰীসত্ত্বাক অশুচি কৰা হয়। নাৰীৰ এটা স্বকীয়া মন, এটা স্বকীয়া অনুভূতি শক্তি থকাৰ কথা পুৰুষে স্বীকাৰ কৰিবই লাগিব।

জেৰল্ডক এই মহান সত্যটো কোনে শিকাইছিল ক'ব নোৱাৰোঁ, কিন্তু মোৰ ওচৰলৈ অহাৰ সময়ত তেওঁ এইটো জানিছিল। খুব সম্ভৱ মাকে শিকাইছিল তেওঁক। কাৰণ তেওঁলোক দুয়োৰো সম্বন্ধ অছিল অতি ঘনিষ্ঠ আৰু মুকলিমূৰীয়া। মাকৰ কিছুমান কথা তেওঁ মোক জানিব দিয়া নাছিল। স্ত্ৰী আৰু মাতৃৰ মাজত থকা প্ৰভেদ সম্বন্ধে জেৰল্ডৰ মনত অকণো দ্বিধাভাব নাছিল। মোৰ আৰু তেওঁৰ মাকৰ মাজত কোনো ক্ৰয়দীয় সম্বন্ধ তেওঁ স্থাপন কৰিব খোজা নাছিল। তেওঁ শোষণৰ ঘোৰ বিৰোধী আছিল। আমাৰ মাজৰ দৈহিক সম্বন্ধটো তেওঁ ইমান সূক্ষ্মভাৱে গঢ়ি তুলিছিল যে তাত আমি দুয়োজনে সমানে তৃপ্তি আৰু শান্তি

উপভোগ কৰিছিলো। তাৰ বিশদ বৰ্ণনা দিয়াটো মোৰ দ্বাৰা অসম্ভৱ, জেৰল্ড আৰু মোৰ স্মৃতিত গোপন সম্পদ হিচাপে ইয়াক সজীৱ কৰি ৰাখিব লাগিব। ৰেণীয়ে বিয়া কৰালে এই বিষয়ে তাৰ দায়িত্বৰ কথা তাক বুজাব লাগিব।

বহুদিনৰ আগেয়ে সেই নিশাটিত যিদিনা জেৰল্ড পোন প্ৰথমবাৰৰ বাবে মোৰ কোঠাত প্ৰৱেশ কৰিছিল তেওঁ লগত আনিছিল সুঠাম দেহৰ মাজত এটি সুন্দৰ মন। বিচক্ষণ কলা-কুশলীৰ পৰশেৰে জগাই তুলিছিল মোৰ ভিতৰৰ মানুহটিক। প্ৰকৃত প্ৰেমৰ সৌৰভত সেয়েহে দুয়োজনে আত্মহাৰা হৈ পৰিছিলো—আমাৰ দাম্পত্য-জীৱনত কাহানিও এই মাধুৰ্য্যতাৰ অভাৱ অনুভৱ কৰা নাছিলো। এতিয়া তেওঁৰ অবিহনে মই মাত্ৰ সেই স্মৃতিটোকে বুকুত সাৱটি লৈ জীয়াই থাকিব লাগিব।

কিন্তু এই স্মৃতি লৈ জীয়াই থকা সহজ কাম নহয়। জেৰল্ডৰ মৃত্যু হোৱা হলে এই স্মৃতিকে লৈ বাচি থাকিলোহেঁতেন। কাৰণ তেওঁৰ পৰা একো নিৰ্বিচাৰিলোহেঁতেন আৰু জীৱনৰ সমাপ্তি হোৱা বুলি সান্ত্বনা লভিলোহেঁতেন। কিন্তু তেওঁ জীয়াই আছে। তেওঁ জীয়াই থকা বাবে ময়ো জীয়াই থাকিব লাগিব। স্মৃতিৰ সূতাডালে মাথোন দুয়োকে বান্ধি ৰাখিব। কিন্তু কাল আৰু স্থানৰ পিনৰ পৰা আমি দুয়োজনে আঁতৰি আছো। এই কাল আৰু স্থানৰ ব্যৱধান নাইকিয়া কৰিব লাগিব।

কুঁহিয়াৰ গছবোৰ বাঢি আহি এসাল হৈ উঠা বাবে মনটো ভাল লাগিল। কাৰণ এই সময়ত কামত ব্যস্ত হৈ থাকিব নোৱাৰিলে বৰ অসহ্য লাগে। কিছুদিনৰ বাবে স্কুলৰ পৰা আঁতৰি থাকিবলৈ ৰেণীয়ে অনুমতি পাইছে। তাৰ বুদ্ধি চোকা আছিল। শিক্ষকে কৈছিল যে ৰেণীয়ে অনুপস্থিত থকা কেইদিনত কমবুদ্ধিৰ ছাত্ৰ কেইটাক আগবঢাবলৈ তেওঁ যত্ন কৰিব। ম্যাট, ৰেণী আৰু মই তিনিওজনে ৰাতিপুৱাৰ পৰা গধূলিলৈকে বাগানত কাম কৰো। অতিপাত পৰিশ্ৰমৰ ফলত ৰাতি গভীৰ টোপনি আহে। সপোন দেখিবৰ অৱকাশ তেতিয়া নেথাকে। মোৰ দীঘল চুলিকোচা চুটি কৰিম বুলি প্ৰায়ে ভাবো, কিন্তু ৰেণীয়ে বাধা দিয়ে। কামৰ ব্যস্ততাৰ মাজত আজি চুলিখিনি পিঠিত পৰিলত মই অধৈৰ্য্য হৈ পৰিলো, বতাহৰ কোবত চুলিত মৰা কাটাবোৰ সুলকি পৰিল।

"মই নিশ্চয় এইবোৰ চুটি কৰিমেই"—খঙতে ভোৰভোৰাই উঠিছিলো। বতাহে মোৰ কথাখিনি আঁতৰত থকা ৰেণীৰ ওচৰলৈ লৈ গ'ল, "ওহোঁ, সেইটো নকৰিবা,"—সি আঁতৰৰ পৰাই তাৰ মত প্ৰকাশ কৰিছিল।

দুপৰীয়া যেতিয়া আমি একেলগে খাবলৈ বহিলো। ৰেণীৰ আপত্তিৰ কাৰণটো মই সুধিলো। সি উত্তৰ দিলে—চুলি চুটিকৈ ৰখা তিৰোতা সি ভাল নাপায়।

"মইতো তিৰোতা নহওঁ"—মই ক'লো। "মই কেৱল তোমাৰ মা।"

"তেনেহলে ক'ব লাগিব চুলি চুটিকৈ ৰখা মাজনী"—সি লগে লগে উত্তৰ দিলে আৰু মোলৈ চাই হাঁহিলে।

ল'ৰাকালত ইমান সহজে জেৰল্ডে হাঁহিব পাৰিছিল নে নাই মই নেজানো। ক'বলৈও কোনো নাই। কাহানিও নাজানিম। মানুহৰ মন কিমান ভ্ৰান্ত ভাবিলে বিস্ময় মানিব লাগে। কথাষাৰ লিখাৰ লগে লগে মনত পৰিল জেৰল্ডৰ দেউতাক জীৱিত আছে। বিজুলীবেগে এটি নতুন আঁচনি মোৰ মনত খেলালে। কুঁহিয়াৰ বাৰীৰ কাম আদায় হলেই ৰেণীক লৈ মই তাৰ ককাদেউতাক বিচাৰি যাম। পিচদিনাখন ৰেণীৰ আগত উলিয়ালো, "ৰেণী, তোমাৰ ককাদেউতা মেক্লিয়ড আহি যদি আমাৰ সৈতে ইয়াতে বাস কৰেহি তোমাৰ কেনে লাগিব? ঘৰটোত আন এজন মানুহ—"

"সম্ভৱ মোৰ মনত আছে তেওঁক" ৰেণীয়ে ক'লে।

জাপানীসকলে চীনত প্ৰৱেশ কৰাৰ আগেয়ে জেৰল্ডৰ দেউতাকে পিকিঙ এৰি আহিছিল। তেওঁ কেৱল কৈছিল যে সেই দৃশ্য তেওঁ চাব নোৱাৰিব। জাহাজেৰে তেওঁ চানফ্ৰান্সিচকোলৈ যাত্ৰা কৰিছিল। তাৰ পৰা কেনচাচৰ 'লিটল স্প্ৰিঙ' নামৰ সৰু চহৰ এখনত গৈ তেওঁ বসতি কৰিছিল। তেওঁ এতিয়া কিদৰে চলিছে ক'ব নোৱাৰো। আমি ভাৰমণ্ট আহি পোৱাৰ পিচতে তেওঁ এখন চিঠি লিখিছিল জেৰল্ডৰ খবৰ সুধি। তাৰ উত্তৰো মই জনাথিনি দিছিলো। তাৰ পিচত কোনো খবৰ পোৱা নাই।

"কেনে পাবা কোৱা?" মই আকৌ সুধিলো।

"মই ভাবি চাব লাগিব"—ৰেণীয়ে কৈছিল। এই ল'ৰাটি এতিয়াৰ পৰাই ইমান সাৱধান! এই গুণ কিন্তু সি মোৰ পৰা লোৱা নাই। সম্ভৱ মোৰ মাৰ পৰা এইটো শিকিছে। সি যথেষ্ট সংযত আৰু সাৱধান। কিন্তু এবাৰ এটি সিদ্ধান্তত উপনীত হোৱাৰ পিচত তাক বেচ উদাৰ যেন লাগে।

দিনবোৰ বেচ ব্যস্ততাৰ মাজেৰে অতিবাহিত হব ধৰিলে। দেউতাৰ যত্নত আমি আনতকৈ কম আয়াসতে চেনি প্ৰস্তুত কৰিব পাৰিছিলো। হলেও সেইকেইদিন আমাৰ খোৱা আহাৰ-পাতি তেনেই সামান্য ধৰণৰ কৰিবলগা হৈছিল। কিয়নো বাৰে বাৰে ৰান্ধিবলৈ যাবলৈ আমাৰ সময় নাছিল। সিদিনা

শনিবাৰ আছিল। ৰাতিপুৱাৰ কাম শেষ কৰি ৰেণীয়ে কিতাপ এখন হাতত লৈছেহে। মই বাধা দি ক'লো, "ৰেণী, তোমাৰ ককাদেউতাই যে ইয়ালৈ আহি আমাৰ সৈতে বাস কৰিবহি ভাবি চাইছা জানো ?

খিৰিকিৰ ওচৰত বহি ভৰি দুখন বেৰত থৈ সি মোৰ পিনে চালে। হাতৰ পৰা কিতাপখন স্খলকি তাৰ বুকুতে পৰিল।

"ভাবি চাইছো মা" সি উত্তৰ দিলে। "মই ভালেই পাম"। কৈয়েই সি পুনৰ কিতাপত মন দিলে।

সঁচাই সি জেৰাল্ডৰ ল'ৰা। সি নীৰৱে ভাবিছে, আৰু ভাবি সিদ্ধান্ত কৰি পেলাইছে। মোৰ বৰ ভাল লাগি গ'ল। খোৱা বাচনবোৰ ধুই পখালি মই ঘৰটোৰ ওপৰ মহলালৈ ককাদেউতাকৰ বাবে এটা স্বকীয়া কোঠা ঠিক কৰিবলৈ গলো। আমি দুজনৰ বাবে ঘৰটো বেচি ডাঙৰ হৈছে। মোৰ দেউতাই আহল-বহল ঘৰত থাকিবলৈ ভাল পাইছিল। তেওঁক বহুত কোঠা লাগিছিল, অথচ এটিও সৰু নহয়। আধা শিল আৰু আধা কাঠেৰে সজোৱা দক্ষিণ মুখীয়া এই বিৰাট ঘৰটো কিনিবলৈ প্ৰতিবছৰে নিউইয়ৰ্ক বা চিকাগোৰ পৰা গ্ৰাহক আহে, বহুত দাম যাচে তেওঁলোকে। বেচিলে মই তাৰে গোটেই জীৱন মহাসুখেৰে কটাব পাৰিলোহেঁতেন। তথাপি মই নেবেচো আৰু তেওঁলোকক ফিৰাই পঠিয়াওঁ।

ওপৰৰ কোঠাকেইটি চাই-চিতি একেবাৰে দক্ষিণ-পূবকোণত থকা কোঠাটোকে মই পছন্দ কৰিলো। দক্ষিণ-পশ্চিম কোণত থকা কোঠাটো ৰেণীক লাগে। বন্ধৰ দিনাখন পলমকৈ শুই উঠি সি ভাল পায়। কিন্তু বুঢ়া মানুহ এজনে সোনকালে উঠিহে ভাল পায়, গতিকে পূবফালৰ কোঠাটো ককাদেউতাকৰ বাবে উপযুক্ত হব। বুঢ়া বয়সত সেইটো কোঠাতে মাও শুইছিল। তেওঁৰ আৰু দেউতাৰ ফটো এখন আৰু আচবাব দুই-চাৰিটা তাতেই আছে। গতিকে সেই কোঠাটো বন্ধকৈ নেৰাখি ব্যৱহাৰ হৈ থকা দেখিলে মোৰ ভালেই লাগিব।

কিন্তু সেয়া জানো মোৰ মনৰ আচল কথা ? মই জেৰাল্ডৰ দেউতাকক বিচাৰো তেওঁৰ সৈতে তেওঁৰ ল'ৰাৰ বিষয়ে আলোচনা কৰিবলৈ। বহুত নজনা কথা জানিবলৈ মোৰ ইচ্ছা হৈছে। মোৰ ভাব হৈছিল মোৰ স্বামী জেৰাল্ডক মই হাড়ে-হিমজুৱে চিনি পাইছো, তেওঁক চকুৰ আগত দেখা সময়খিনিত মোৰ সেই বিশ্বাসেই আছিল। কিন্তু এতিয়া মোৰ লগত আছে মাথোন স্মৃতিৰ পৰশখিনি। মোৰ জনাখিনি যথেষ্ট নহয় বাবে বহুত কথা কল্পনাৰ সহায়ত মই

ঢুকি পোৱা নাই। কোনোবাই মোক ক'ব লাগিব, নহ'লে মোৰ হৃদয়ৰ স্পন্দন বন্ধ হৈ যাব।

*　　　*　　　*

চেনি তৈয়াৰ কৰা কামখিনি আদায় নোহোৱালৈকে আমি যাব নোৱাৰিলো।

কামত ব্যস্ত থকা বাবে মনটোৱে মোৰ শান্তি পাইছিল। তদুপৰি যোৱা ডেৰমাহৰ কঠোৰ পৰিশ্ৰমৰ ফলতে আমাৰ এশ গেলন মেপলৰ চৰ্বত মজুত হ'ল। এই চৰ্বত উতলালে চেনি হব। চৰ্বতৰ ৰঙটোৰ প্ৰতি মোৰ চোকা নজৰ। প্ৰথমতে ওলোৱা ৰসখিনি অতি মিঠা আৰু অতি উৎকৃষ্ট। কলিবোৰ ডাঙৰ হৈ অহাৰ লগে লগে ৰতৰ শেষ হবৰ হয়। শেষলৈ ৰসখিনি ঘন হয় আৰু তাৰপৰা উৎকৃষ্ট চেনি তৈয়াৰ নহয়।

এপ্ৰিলত কলিবোৰ যেতিয়া বাঢিবলৈ ধৰিলে মই ম্যাটক হালথন বাবলৈ ক'লো, অকলে নোৱাৰিলে নামনিৰ পৰা জন ষ্টাৰ্কক মাতি আনিবলৈ নিৰ্দেশ দিলো। কিয়নো ৰেণী আৰু মই কেনচাচলৈ যামগৈ। বনবোৰ উভালিবৰ সময়লৈকে উভটি আহিম বুলি তাক জনালো।

"ৰেণীৰ ককাদেউতাককো লৈ আহিব পাৰো।" মই লগতে ক'লো।

বিশেষ জৰুৰী নহলে ম্যাটে কথা নকয়। সি মোৰ পিনে এটা অবুজ চাৱনি দিলে।

"তুমি তেওঁক চিনি নোপোৱা"—মই পুনৰ ক'লো। "তেওঁ যদি অকলে আছে আৰু আমাৰ লগ বিচাৰে তেন্তে আমাৰ লৈতে ইয়াতে আহি বাস কৰিবহি।"

তাৰ মুখৰ চেহেৰা সলনি হৈ গ'ল। জেৰল্ড জীয়াই থকা কথাটোকে সি বিশ্বাস নকৰে।

"তুমি জেৰল্ডক দেখিছাতো?" মই মনত পেলাই দিবৰ চেষ্টা কৰিলো। মোৰ মনত পৰিবৰে পৰা ম্যাটে ইয়াত বাস কৰা দেখিছোঁ।

"তেওঁৰ চেহেৰাটো মোৰ খুব ভালকৈ মনত নাই"—সি ক'লে।

মই টেবুলৰ ড্ৰয়াৰটোৰ পৰা ৰূপৰ ফ্ৰেমেৰে বন্ধোৱা স্বামীৰ ফটোখন উলিয়াই তাক দেখুৱালো। আবেলি মই সেই ফটোখন প্ৰায়ে উলিয়াও, ৰেণী আৰু মই উভয়ে নিজৰ নিজৰ কাম এটিত লাগি থাকো। সাধাৰণতে সি তাৰ কিতাপত আৰু মই চিলাই কামত মনোনিবেশ কৰো। ফটোখনেৰে লৈতে আমি তেতিয়া তিনিজন হৈ পৰো। দিনৰ সময়ত মই ফটোখন চাব নোৱাৰো, কিয়নো ইয়ে

মোক সোঁৱৰাই দিয়ে, বিশাল সমুদ্ৰৰ ব্যৱধান মাজত লৈ জেৰল্ড হেজাৰ হেজাৰ মাইল আঁতৰত আছে। কিন্তু গধুলি তেওঁ মোৰ ওচৰলৈ আহে। আমাৰ পিকিঙৰ ঘৰত বহি তেওঁ আমাৰ কথাকে ভাবি থকা মই দেখিবলৈ পাওঁ। মই ভগৱানক সদায় প্ৰাৰ্থনা জনাওঁ তেওঁ যেন আমাৰ কথা কেতিয়াও নেপাহৰে।

"এয়া তেওঁৰ ফটো"—মই ম্যাটক দেখুৱালো।

দুহাতেৰে ফটোখন লৈ সি জেৰল্ডৰ ধুনীয়া মুখখনি নিৰীক্ষণ কৰিবলৈ ধৰিলে।

"এতিয়াও ইমান ধুনীয়া হৈ আছে"—অলপ সঙ্কোচৰ ভাবেৰে সি ক'লে আৰু ফটোখন মোৰ হাতত দি গুচি গ'ল।

যিয়ে হওক জেৰল্ড জীয়াই থকা কথাটো সি বিশ্বাস কৰিলে। সি এতিয়া নামনিত থকা আন আন মানুহবোৰক এই কথাটো ক'ব। মানুহবোৰৰ মোৰ প্ৰতি থকা সঙ্কোচৰ ভাবটো ভালেখিনি নাইকিয়া হব।

এপ্ৰিলত মেপলৰ কুঁহিপাত ওলোৱাৰ লগে লগে ৰেণী আৰু মই এদিন কেনচাচলৈ যাত্ৰা কৰিলো। মটৰত যাম বুলি আগেয়ে ভাবিছিলো। পিচত বাদ দি ৰেলত যোৱাটোকে ঠিক কৰিলো, কাৰণ সোনকালে আৰু আৰামেৰে গৈ পাম। বিশেষকৈ বুঢ়া মানুহজন আহিলে ৰেলত আহিয়ে ভাল পাব। মোৰ অনুমান মতে তেওঁ আহিবই লাগে। অৱশ্যে তেওঁৰ আহিবৰ ইচ্ছা নেথাকিলে সুকীয়া কথা।

আমাৰ ৰেলখন পাহাৰ সমতল আদি বিজুলী বেগেৰে অতিক্ৰম কৰি যাওঁতে খিৰিকিৰ ওচৰত বহি মই ৰেণীৰ আগত ককাদেউতাকৰ কথা উলিয়াইছিলো। কিন্তু ময়ে বা জানিছিলো কিমান? জেৰল্ডৰ প্ৰতি থকা গভীৰ প্ৰেমৰ মাজেৰে মই অইনক চাবলৈ যত্ন কৰিছিলো। প্ৰথম প্ৰেমিকক বিয়া কৰোৱা সৌভাগ্যৱতী তিৰোতা কেইগৰাকীৰ ভিতৰত ময়ো এজনী। কাৰণ জন বৰোৱে কোৱাৰ দৰে "মেপলৰ প্ৰথম ৰসখিনিৰ দৰে প্ৰথম প্ৰেমেই আটাইতকৈ মধুৰ, আটাইতকৈ সুখৰ আৰু সবাতোকৈ পৱিত্ৰ।"

মই কৈছিলো, "বুজিছা ৰেণী, তোমাৰ ককাদেউতাৰা বেচ ওখ আৰু পাতল চেহেৰাৰ। দেখিলেই কিন্তু সম্ভ্ৰান্ত বংশৰ বুলি অনুমান হয়। ভাৰ্জিনিয়াৰ মানুহতো, সেই বাবেই। চীনা ভদ্ৰমহিলা এগৰাকী কেনেকৈ তেওঁ বিয়া কৰালে সেইটোৱে আশ্চৰ্য্যৰ বিষয়।"

ৰেণী মনে মনে থাকিল। তাৰ চীনা আইতাকৰ কথা ক'বলৈ সি আজি-কালি ভাল নোপোৱা হ'ল। স্কুলৰ তাৰ লগৰ ল'ৰাবোৰৰ প্ৰভাৱত তেনেকুৱা হোৱা

বুলি মোৰ সন্দেহ হয়। যদি সেয়ে হয় তেন্তে ককাদেউতাকক লগ পোৱাৰ পৰা ভালহে হব।

"দেউতাৰাৰ দৰে ককাদেউতাৰাৰ চুলি আৰু চকু ক'লা", মই কৈ গলো। "এতিয়ামানে তেওঁৰ চুলি চাগৈ বগা হ'ল। তোমাৰ অলপো মনত পৰেনে তেওঁৰ কথা ?"

"ওহোঁ নপৰে", ৰেণীয়ে স্পষ্টভাবে উত্তৰ দিলে। আমাৰ পিকিঙ্গত থকা কালছোৱাৰ কথা উলিয়ালে তাৰ একোকে মনত নপৰে। সি মাৰ্কিন হবলৈ বিচাৰে।

"ঠিক আছে, তোমাৰ ককাদেউতাৰাক দেখিলে তোমাৰ সকলো মনত পৰিব", মই ক'লো। কথাটো সঁচা নে মিছা মই অৱশ্যে নেজানো।

বাহিৰৰ দৃশ্যবোৰ খিৰিকিৰে অতি বেগাই পাৰ হৈ যাব ধৰিলে। কেতিয়াবা হয়তো এই বাটেৰে মই লাহে লাহে যাম। প্ৰতিখন চহৰ আৰু গাৱঁতে নামিবৰ মোৰ মন গৈছে, এই ঠাইবোৰৰ সৈতে ঘনিষ্ঠ হৈ পৰিবৰ ইচ্ছা হৈছে। যোৱা নিশা মোৰ বাৰ্থৰ আঠুৰাখন দাঙি মই বাহিৰৰ জোনালী নিশাটো হেপাহ পলুৱাই উপভোগ কৰিছিলো। কোন ৰাজ্য বা প্ৰদেশৰ মাজেৰে গৈ আছো নেজানো। কেৱল জানো মোৰেই দেশ এইখন, ইমান ডাঙৰ ইমান বিশাল আৰু সীমাহীন যে মই নিজকে বিদেশী যেন অনুভৱ কৰিছিলো। জেৰেল্ডে ইয়ালৈ নহা বাবে মই তেওঁক দোষ দিয়া উচিত নহয়। তেওঁ নিৰ্বাসনত থকাৰ দৰে পালেহেঁতেন।

চাংহাই হোটেলত আমাৰ শেষ নিশাৰ কথা মনত পৰিছে। তেওঁৰ বুকুত মুখ গুজি মই সিদিনা কান্দিছিলো। "মোৰ সৈতে তুমি কেলেই নোযোৱা"—মই উচুপি উচুপি সুধিছিলো। "ইয়াত এনে কি আছে বাৰু যে তুমি তোমাৰ স্ত্ৰীতকৈও ভালপোৱা।"

"কোনো নাই আৰু একোৱে থাকিব নোৱাৰে," উত্তৰত তেওঁ কৈছিল। "জাৰি চোৱাচোন মোৰ ইভ্, এতিয়া মই চীন এৰা মানে চিৰদিনলৈ এৰিব লাগিব। আকৌ আমেৰিকাতো মই থাকিব লাগিব বিদেশীৰ নিচিনাকৈ।"

"কিয়, মই জানো নেথাকিম ?" মই চিঞৰি উঠিছিলো।

"তুমি থকা সত্বেও"—তেওঁ গহীন হৈ উত্তৰ দিছিল।

তেওঁ মোক কোৱা আটাইবোৰ কথাই মোৰ মনত আছে। অৱশ্যে একেলেঠাৰিয়ে আটাইবোৰ মনত নপৰিব পাৰে, কিন্তু কোনোবা এচুকত সি সোমাই আছে আৰু এসময়ত মনত পৰিবই। দোভাগ নিশা যেতিয়া আমাৰ ৰেল স্তব্ধ-

গতিত গাৰ্ডৰ পিচত চহৰ তাৰ পিচত একোখন প্ৰদেশ অতিক্ৰম কৰি গৈ আছিল, মোৰ নিজকে বিদেশী বিদেশী যেন লাগিছিল আৰু সেয়ে জেৰল্ডৰ কথাখিনি মনত পৰিছিল।

আমি জেৰল্ডৰ দেউতাকক পালোগৈ। পশ্চিম কেন্‌চাচৰ এমহলীয়া ঘৰ কেইটিমানৰ এঘৰত তেওঁ থকা এটি ঘৰত তেওঁ অকলে থাকে। লিট্‌ল স্প্ৰিংঙ এখনি সৰু চহৰ, ভৈয়ামতকৈ অলপ ওখত। তেওঁক বিচাৰি উলিয়াবলৈ অলপো অসুবিধা নহ'ল। ষ্টেচনত তেওঁৰ নাম কওঁতে আটায়ে চিনি পালে।

"মেকলিয়ড? সেই বুঢ়া ভদ্ৰলোকজন?" টিকেট বেচা খিৰিকিত থকা মানুহজনে মুখত এমোকোৰা ধপাত লৈ উত্তৰ দিছিল। তেওঁৰে নিৰ্দেশমতে প্ৰায় এমাইল আঁতৰত একোঠাৰ এটি ঘৰত জেৰল্ডৰ দেউতাকক পালোগৈ। দুৱাৰখন মেল খাই আছিল। তেওঁৰ পিন্ধনত আছিল এটি পুৰণি চীনা সাজ-পাৰ আৰু হাতত এখন চীনা কিতাপ। আমাক দেখা পাই তেওঁ সম্পূৰ্ণ লৌকিকভাৱে থিয় হ'ল আৰু মিচিকিয়াই হাঁহি এটি মাৰিলে। দাঢ়ি আৰু চুলি দীঘলকৈ ৰাখিছে আৰু তাৰ বং ৰূপালী হৈ পৰিছে। চেহেৰা ক্ষীণ যদিও চকুদুটি বেচ ডাঙৰ। মই আগেয়ে জনা নাছিলো জেৰল্ডৰ লৈতে তেওঁৰ সাদৃশ্য কিমান। মই তেওঁৰ ওচৰলৈ লৰি গৈ দুহাত মেলি সাৱটি ধৰিলো: বাবা আপুনি থাকিবলৈ আৰু ঠাই বিচাৰি নেপালে?

মই সদায় তেওঁক 'বাবা' বুলিয়েই মাতিছিলো। দেউতা বোলাতকৈ এইটো সহজ। এতিয়া সেই মাতটো শুনি তেওঁ মূৰ দাঙি চালে আৰু লগে লগে মোক চিনি পালে। কিন্তু কোনো ৰকমৰ আশ্চৰ্য্যৰ ভাব নেদেখুৱালে। তেওঁ মোক আকোৱালি লোৱা নাছিল। কিন্তু মোৰ হাত দুখন আঁতৰাই দিয়াও নাছিল। পিচত এটি সৰু মাতেৰে ক'লে, "ৰেলত আহোতে বাটতে মোৰ অসুখ হ'ল আৰু সিইতে ইয়াতে মোক এৰি থৈ গ'ল। গতিকে বাধ্য হৈ মই ইয়াতে থাকিবলগীয়া হ'ল। গতিকে মই থাকিবলৈ ইচ্ছা কৰা বা নকৰাৰ একো প্ৰশ্নই নুঠে।"

যুদ্ধৰ আগৰ সেই ভয়াবহ কাল:ছোৱাত জেৰল্ড আৰু মই পিকিঙত থাকি সঁচাকৈ স্বাৰ্থপৰতাৰ পৰিচয় দিলো। স্বাৰ্থপৰ বুলি আমি দুয়োজনে উপলব্ধি কৰিছিলো, তথাপি দুয়োজনে ওচৰতে থাকি সুখৰ মুহূৰ্তবোৰ উপভোগ কৰিছিলো। লগতে এইটোও আমি বিশ্বাস কৰিছিলো যে যিয়ে আমেৰিকা পালেগৈ তেওঁ আৰু স্বৰ্গ পাব নেলাগে। চীনৰ সেই দুৰ্য্যোগপূৰ্ণ প্ৰদেশ এৰি যোৱা বাবে আমি তেওঁক নিৰাপদ হোৱা বুলি জ্ঞান কৰিছিলো। খনচেৰেক চিঠি তেওঁৰ পৰা আমি

পাইছিলো। তাত তেওঁ আৰামত থকা বুলি লিখিছিল, বন্ধু-বান্ধৱৰ সৈতে চিনাকি হোৱা বুলি জনাইছিল আৰু তেওঁৰ বাবে চিন্তান্বিত হবৰ কোনো কাৰণ নাই বুলি আমাক সান্ত্বনা দিছিল। যুদ্ধ আৰু তাৰ অৱশ্যম্ভাৱী পৰিণতিত আমি যি ভয়সঙ্কুল জীৱন কটাবলগীয়া হৈছিল তাতে পেপুৱা লাগি আমি তেওঁৰ কথা পাহৰি গৈছিলো।

বাবাই ৰেণীলৈ চাই আছিল। দুখোজমান পিচুৱাই গৈ মই সুধিলো, "আপোনাৰ নাতিয়েকক মনত আছে জানো?"

বাবাই তেওঁৰ খীণকৈ দীঘল হাতখন আগবঢ়াই দিলে। মই ৰেণীক আগবাঢ়ি আহিবলৈ ইঙ্গিত দিলো; সি তেনেই লাজ কৰি আগবাঢ়ি আহিল।

"জেৰল্ডৰ ল'ৰা?" বুঢ়াই সুধিলে।

"নিশ্চয়"—মই ক'লো। কিমানখিনিয়েই বা তেওঁৰ মনত আছে আৰু কিমানখিনি পাহৰি গৈছে। ৰেণীক ছয় বছৰ বয়সতে তেওঁ এৰি আহিছিল, পুনৰ লগ পোৱা নাছিল।

"এৰা, এৰা"—ককাদেউতাকে গুন-গুণাই ক'লে। "বহা, বহা।"

বহিবলৈ দুখন আসন আছিল। ৰেণীয়ে টেবুলৰ এমূৰতে বহিল আৰু মই টুল এখনত বহিলো।

"বাবা, এতিয়া আপোনাৰ খবৰ কওঁক, কেনে আছে?"—মই সুধিলো।

"আছো কোনোৰকমে"—এক অনিশ্চয়তাৰ ভাবত তেওঁ উত্তৰ দিলে। "সিহঁতে মোক খাবলৈ দিয়ে, এজনী তিৰোতাই আহি মোৰ কোঠাটো আৰু কাপোৰবোৰ চাফা কৰি দি যায়। মোক টকা নেলাগে। ইয়াৰ মানুহবোৰ বেচ মৰমিয়াল।"

তেওঁ ক'ত আছে নিজেই নাজানে। হাতৰ টকা যেতিয়া শেষ হ'ল তেওঁ কেবল ৰেলৰপৰা নামিল আৰু কোনোবাই আনি ইয়াতে এৰি থৈ গ'ল। মোৰ অনুমান হ'ল এইটো এই লানি ঘৰৰে এটি অংশ মাত্ৰ।

"টকা মোৰ নোহোৱা নহয়," তেওঁ এনেতে ক'লে। টেবুলৰ সৰু ড্ৰয়াৰটি খুলি তেওঁ হালধীয়া চীনা পাটৰ কাপোৰেৰে বন্ধা এটি টোপোলা উলিয়াই আনিলে আৰু তাৰ ভিতৰত থকা ধনখিনি মোক দেখুৱালে। পিচত কাপোৰখনেৰে বান্ধি আকৌ ড্ৰয়াৰত সুমুৱাই থলে।

...ৰেণী আৰু মই এজনে আনজনলৈ চালো। আমাৰ মাজত যদি অলপো সন্দেহ আছিল সিও নাইকিয়া হ'ল। কথা নোকোৱাকৈয়ে আমাৰ ভাবৰ সম্মতি

আহি গ'ল। আমাৰ লগত বাবাক নিবই লাগিব আৰু তাকো বেচি পলম নকৰাকৈ। নিতৌ এখন ৰেল পূৱলৈ আৰু আন এখন পশ্চিমলৈ যায়।

"বাবা, আপুনি খালে নে?"—মই সুধিলো। কাৰণ নবালৰিকৈ গুলালে তেতিয়াও পূবপিনলৈ যোৱা ৰেলখন ধৰিবলৈ সময় আছিল।

"এৰা, খালো।" তেওঁ উত্তৰ দিলে।

"কি খালে বাৰু?"

তেওঁ লাহে লাহে উঠিল আৰু কোঠাটোৰ এমূৰত থকা বৰফৰ বাকচ এটি খুলিলেগৈ। মই ভিতৰলৈ চাই পঠিয়ালো: আধা বটল গাখীৰ, অকনমান মাখন, কণী তিনিটা আৰু সৰুকৈ এটুকুৰা মাংস দেখিলো।

আমি পুনৰ বহিলোগৈ। ৰেণী এইবাৰ দুৱাৰমুখতে থিয় হৈ থাকিল, দৃষ্টি তাৰ সন্মুখৰ ভৈয়ামত।

"তেনেহলে যোৱাই ভাল"—সি ক'লে।

মই বাবালৈ চালো: "আপুনি আমাৰ লগত গৈ তাতে থাকিবনে?"

তেওঁ টেবুলৰ ওচৰত বহিল আৰু অতি যতনেৰে চীনা পুথিখন বন্ধ কৰি থলে।

"তোমাৰ সৈতে গৈ ভাৰমণ্টত বাস কৰাটো জানো ইচ্ছা কৰা?" তেওঁ সুধিলে।

"খুউব ইচ্ছা কৰোঁ।"—মই ক'লো।

"জেৰল্ড ক'ত বাৰু?" তেওঁ সুধিলে।

"তেওঁ এতিয়াও পিকিঙ্গতে।"

"সি উভটি আহিবনে?"

"কোনোবা এজন আহিব লাগিছে"—ৰেণীয়ে মাত লগালে।

এজন ভদ্ৰলোক দীঘল দীঘলকৈ খোজ দি আহি পোনেই দুৱাৰমুখ পালেহি। মানুহজনৰ যৌৱন উকলি গলেও বয়স ভাটি দিয়া নাই। ওখকৈ, চুলি আৰু গাৰ ছাল একে বগা ৰঙৰ।

"কিনো হৈছে তাকে চাবলৈ আহিলো"—তেওঁৰ মাতত এটি আপোন আপোন ভাব ফুটি উঠিল। "এই বুঢ়া প্ৰতিবেশীজনৰ প্ৰতি মই সদায় চকু ৰাখোঁ।"

"আপুনিয়ে বোধ হয় এই ঘৰকেইটাৰ মালিক?"—মই সুধিলো।

"হয়। এইবোৰ আমাৰ পামখনৰ বাবে সজা হৈছিল। দেউতাৰ দিনত আমাৰ বহুত ভেড়া আছিল আৰু সেই ভেড়া ৰখীয়াবোৰৰ বাবে এই লানি ঘৰ সজা হৈছিল।"

"মোৰ শহুৰদেৱক আনি আশ্ৰয় দি আপুনি ডাঙৰ উপকাৰ কৰিলে"—মই ক'লো।

"কোনে জানো এই বুঢ়া মানুহজনক আনি ইয়াত অকলে অনাই-বনাই ঘূৰি ফুৰিবলৈ এৰি গ'ল"—মানুহজনে থঙতে ক'লে।

"আমাৰ ধাৰণাই নাছিল—" আৰম্ভ কৰিয়ে মই বৈ গলো। এই স্পষ্টবাদী মানুহজনক মই কেনেকৈ বুজাওঁ—কিয় এজন বুঢ়া মানুহ অকলে আহি অচিনাকি ঠাই ওলালহি। পিকিঙৰ কথা চীনৰ কথা তেওঁৰ আগত মই কেনেকৈ উলিয়াওঁ?

"এতিয়া আমি তেওঁক বিচাৰি পালোহি যেতিয়া তেওঁক আমি ঘৰলৈ লৈ যাওঁ"—মই ক'লো। পিচত মোৰ মনত পৰিল—পৰিচয়টো দিয়া হোৱাই নাই: "মই মিচেচ্ জেৰল্ড মেকলিয়ড। এয়া মোৰ ল'ৰা ৰেণী।"

"মোৰ নাম চাম্ ব্লেইন"—মানুহজনে ক'লে। কিন্তু তেওঁৰ চকু আছিল ৰেণীৰ ওপৰত। তেওঁৰ ভাব হৈছিল ৰেণী দেখিবলৈ অলপ 'বেলেগ'। তেওঁ হয়তো ভাবিছিল—এওঁলোক ক'ৰ মানুহ?

"আপোনালোক ক'ৰ পৰা আহিছে?—তেওঁ সুধিলে।

"আমি ভাৰমণ্টত থাকো"—মই ক'লো।

"আপোনাৰ স্বামী?"

ক'বলৈ মই সঙ্কোচ কৰিলো। জেৰল্ড ক'ত আছে, কিয় তাত আছে ইত্যাদি বুজাই কোৱাতকৈ তেওঁৰ মৃত্যু হোৱা বুলি ক'বলৈ সহজ হ'লহেঁতেন। জেৰল্ড কমিউনিষ্ট' চীনত থাকিবলৈ লোৱা বুলি ক'লে আটায়ে আমাকে সন্দেহৰ চকুৰে চাব।

"তেওঁ বিদেশত আছে"—মই ক'লো।

চাম্ ব্লেইনে দুৱাৰত আউজি থিয় হ'ল আৰু আমালৈ চাই কিবাকিবি ভাবিব ধৰিলে। পিচত বাবাক সুধিলে, "বাৰু ডাঙৰীয়া, আপুনি এই ভদ্ৰমহিলাগৰাকীক আৰু ল'ৰাটিক চিনি পায়নে?

বাবাই শান্তভাবে মূৰ দুপিয়ালে, "এওঁ মোৰ বোৱাৰী আৰু ল'ৰাটি মোৰ নাতি হয়।"

"আপুনি এওঁলোকৰ সৈতে যাব খোজে নেকি?"

"মই যোৱাটোকে ঠিক কৰিছো।"

"আপোনাৰ ইচ্ছা হয় যদি যাওক। কিন্তু আপুনি ইয়াত থাকিলে তত্বাৱধান লম।"

"মই যাম"—বাবাই ক'লে।

"তেনেহলে"—ওথ মাৰ্কিনজনৰ কথাত সন্দেহৰ সুৰ। "যদি আপুনি তাকেই কয়—"

"লৰালৰি কৰিলে এতিয়াও আবেলিৰ ৰেলখন পাবলৈ সময় আছে।" মই ক'লো।

"মোৰ গাড়ীখন লৈ আহো ৰ'ব"—মানুহজনে ক'লে।

"বান্ধিবলৈ তেওঁৰ বেচি বস্তু নাই। আপোনালোকৰ মাল বস্তু?"

"আমি ষ্টেচনতে থৈ আহিছো।" ৰেণীয়ে উত্তৰ দিলে।

"মই পোন্ধৰ মিনিটত আহি পাম"—চাম ব্লেইনে ক'লে আৰু লৰালৰিকৈ ওলাই গ'ল।

ৰেণীয়ে অলপ অস্বস্তি বোধকৰা যেন লাগিল। ককাদেউতাকৰ পিনে চাই সি কিবা ক'ব খোজা যেন লাগিল।

"কি হ'ল?" মই সুধিলো।

"তুমি জানো এই চীনা গাউনটো পিন্ধাই এওঁক ৰেলত নিব খুজিছা"—সি প্ৰতিবাদৰ সুৰত ক'লে।

বাবাই গাউনটো এবাৰ চাই ললে আৰু ক'লে, "বৰ ভাল এই গাউনটো। মই পিকিঙত কিনিছিলো। সূতাবোৰ এতিয়াও টান হৈ আছে। পিন্ধিলে বেচ কোমল অথচ গৰম লাগে।"

"মা!"—ৰেণীয়ে প্ৰায় চিঞৰি উঠিল।

"বাবা, গাউনটো আমি লগত লৈ যাম"—মই ক'লো। আপোনাৰ কোটটো পালে ভাল আছিল। মাৰ্কিনসকলে বিদেশী পোচাক পিন্ধাটো সমূলি পচন্দ নকৰে।"

বাবাই একো উত্তৰ নিদিলে। ৰেণীয়ে ইতিমধ্যে কাপোৰ ধোৱা ঠাইৰ পৰা ক'লা-ধোৱা বৰণীয়া চুট এযোৰ আৰু এটি ক'লা অ'ভাৰকোট উলিয়াই আনিলে। এই চুটযোৰ পিন্ধি বাবাই চীনদেশ এৰি আহিছিল। ৰেণীয়ে ককাদেউতাকক চুটযোৰ পিন্ধাত সহায় কৰি দিলে, মই অ'ভাৰকোটটো পিন্ধাই দিলো। মূৰত ক'লা টুপীটোৰে সৈতে তেওঁ গহীন আৰু ধুনীয়া হৈ পৰিল। সহজতে বিৰক্ত হোৱা বিধৰ লোক তেওঁ নাছিল। স্বভাৱতে তেওঁ ভদ্ৰ আৰু অমায়িক আছিল। তেওঁৰ মন জানো আজি ঠিক নাই? ক'ব নোৱাৰো। তেওঁৰ এই আহিব ধৰা পৰিবৰ্ত্তনটোৰ কথা তেওঁ জানিছে নে নাই তাকো সঠিককৈ নেজানো। তেওঁ কেৱল আমাৰ ইংগিত আৰু নিৰ্দ্দেশমতে চলি গ'ল।

দুৱাৰৰ বাহিৰৰ ধূলি আৰু শব্দই জাননী দিলে চাম্‌ব্লেইন্ উভটি আহিল।

মই তেওঁৰ চুটকেচ্‌টো ঠিক কৰি ললো। ৰেণীয়ে ককাদেউতাকক গাড়ীলৈ আগবঢ়াই নিলে। ব্লেইনে গাড়ীৰ পৰা জপিয়াই ওলাই আহিল, তেওঁৰ দীঘল ভৰিকেইটা বৰ কাৰ্য্যদক্ষ যেন লাগিল। এক মিনিটৰ ভিতৰতে আমি আটাইবোৰ চলন্ত গাড়ীৰে আগবাঢ়িলো। ধূলিবোৰ আমাৰ পিচে পিচে উৰি আহিল। গাড়ীখন আকৃতিত সৰু নাছিল, বিচনাত শোৱাৰ দৰে শুই যাব পাৰি। ৰঙটো চিকুচিকিয়া ৰঙা।

"মই এনেকুৱা মটৰগাড়ী আগেয়ে দেখা মনত নপৰে"—মই ক'লো। কাৰণ মই সন্মুখত বহিছিলো, ৰেণী আৰু বাবা পিচপিনে বহিছিল। "অৰ্ডাৰ দি তৈয়াৰ কৰোৱা হৈছিল"—ব্লেইনে ক'লে। "মোৰ নিজৰ অৰ্ডাৰ।"

তেওঁ গাড়ী বেগাই চলাইছিল। ময়ো কথা কোৱা বন্ধ কৰিলো। বছৰ বছৰ ধৰি ৰিক্সা আৰু ঘোঁৰাৰ গাড়ীত উঠি অহাৰ ফলত বেগী বাহনত যোৱা অভ্যাস নাইকিয়াই হৈছিল। ৰেল ষ্টেচন ঠিক সময়তে পালোগৈ। ৰেণী আৰু ব্লেইনৰ সহায়ত বাবাই ওপৰলৈ উঠি আহিল।

"গুড্‌ বাই, গুড্‌ বাই মেডাম"—চাম ব্লেইনে ক'লে। মোৰ লগত জোৰেৰে কৰমৰ্দন কৰি ক'লে, "মোলৈ চিঠি লিখিব পাৰে আৰু বুঢ়াজনে তাত গৈ কেনে পায় জনাব।"

"নিশ্চয়,—"মই প্ৰতিশ্ৰুতি দিলো।

ৰেলৰ চকা ইতিমধ্যে ঘূৰিব আৰম্ভ কৰিছে। মানুহজনে আহি মোক ভিতৰলৈ ঠেলি দি দুৱাৰখন বাহিৰৰ পৰা জপাই গ'ল। দবাটোত আমি বহি পৰিলো—বাবা, ৰেণী আৰু মই। তেতিয়াহে মই অনুভৱ কৰিলো ক'ৰবাত মোৰ বিষাইছে। বিষটো সোঁ-হাতখনতে, চাম্‌ ব্লেইনে হাতখনত ইমান জোৰকৈ ধৰিছিল।

ম্যাটে খেতিৰ মাটিখিনি চহাই পেলাইছে। মই এইবেলি ঘাঁহ গজাই চাম বুলিছো, স্থায়ী ঘাঁহ। এনেকুৱা পাহাৰুৱা ঠাইৰ বাবে ইয়েই উপযুক্ত। এশ বছৰ আগেয়ে মানুহে যেতিয়া শিলৰ ওপৰত শস্য গজাবলৈ যত্ন কৰিছিল সেই চেষ্টা বিফল হৈছিল। পুৰণি পুথিত আছে এসময়ত মাউণ্ট ষ্ট্ৰেটনৰ কাষত ডেনিয়েল ৱেবষ্টাৰৰ কথা শুনিবলৈ ওঠৰ হেজাৰ মানুহ গোট খাইছিল। মোৰ সন্দেহ হয়, ডেনিয়েল ৱেবষ্টাৰ এতিয়া যদি এনেকি কবৰৰ পৰাও উঠি আহে ওঠৰশ মানুহেই তেওঁক চাবলৈ গোট নেখাব। কাৰণ সেই মানুহবোৰ গ'লগৈ; তেওঁলোকৰ

ল'ৰা-ছোৱালী, নাতি-পৰিনাতিবোৰ বহু দূৰ-দূৰণিলৈ গৈ বসতি কৰিলে। সিহঁতে ঘৰ বিচাৰি দিহাদিহি গুচি গ'ল। ময়ো সেইদৰে ঘৰ বিচাৰি উভটি আহিছো।

কাৰণ মোৰ লাহে লাহে বিশ্বাস গাঢ় হৈ আহিছে যে পিকিঙৰ ঘৰলৈ তুনাই মই যাব নেলাগিব। বাস্তৱক্ষেত্ৰত যদিও সেই ঘৰ, সেই দেৱাল, সেই পদুলিমুখ আগৰ নিচিনাই আছে আৰু হয়তো বহুত বছৰলৈ থাকিবও—মোৰ বাবে সেইবোৰৰ অস্তিত্ব হেৰাই গৈছে। সেইটো পদুলিমুখৰ মাজেদি মোৰ প্ৰিয়তম এতিয়াও অহা-যোৱা কৰি আছে, কিন্তু তাত মোৰ স্থান খালি পৰি আছে হয়তো চিৰদিনলৈ। মোৰ কোনো চিনেই তাত নাথাকিব। মই কেতিয়াবা ভাবো জেৰল্ডৰ চিঠিখন উলিয়াই বাবাক পঢ়ি শুনাম নেকি। মোৰ আৰু জেৰল্ডৰ কি হৈছে তেওঁ জানক। পিচ মুহূৰ্ত্ততে মনটো কোঁচ খাই যায়। এই নিভৃত বেদনাৰ কথা মই আনক কেনেকৈ জানিবলৈ দিওঁ? অন্ততঃ আজি নোৱাৰো। কাৰণ আজি ১৫ মে'—আমাৰ বিবাহ বাৰ্ষিকী, মোৰ আৰু জেৰল্ডৰ। গোটেই দিনটো মই পথাৰতে কটালো, ঘাঁহবোৰ সমান আৰু স্থায়ীভাবে গজাবলৈ মই মন-প্ৰাণ ঢালি দিছো। ম্যাটক গাই-খীৰোৱা আদি কামৰ বাবে ঘৰলৈ পঠাই দিছো। এইদৰে নেৰানেপেৰাকৈ কামত লাগি আছো যদিও মনটো হলে বান্ধি ৰাখিব পৰা নাই। ই অতীত সোঁৱৰণীৰ পিচে পিচে লৰি ফুৰিছে।

আজিৰ পৰা ঠিক কুৰি বছৰ আগেয়ে এদিন অতি শান্ত পৰিৱেশৰ মাজত জেৰল্ড আৰু মোৰ বিয়া সম্পন্ন হৈছিল। তাত উপস্থিত আছিল মোৰ মা, মোমাইদেউ আৰু মামীদেউ। মোমাইদেউহঁতৰ খবৰ মই বহুদিন পোৱা নাই। জেৰল্ডৰ সৈতে গৈ চীন পোৱাৰ লগে লগে মই ইয়াৰ বিশাল তন্দ্ৰামগন জীৱনটোত নিবিড়ভাবে সোমাই পৰিলো। ততালিকে ঠাইখন আপোন হৈ পৰিল। প্ৰত্যেকৰে হয়। কিয় হয় মই ক'ব নোৱাৰো। পিকিঙলৈ বহুত মানুহ আহিছিল; বহুত মানুহ চিৰদিনৰ বাবে তাতে বাস কৰিবলৈ লৈছিল। সেই সময়ত মই বুজি নোপোৱা সকলো কথাকে জেৰল্ডে বুজাই দিছিল। আমাক বাটত দেখি অইন মানুহবোৰে কি কোৱাকুই কৰিছিল তাকো ইঙ্গিতেৰে বুজাই দিছিল। তেওঁৰ বাবে যেতিয়া আচৰিত হবলগীয়া তাত একো নাছিল, মোৰ বাবেও নাছিল। গতিকে আমি তাত বিদেশীৰ নিচিনা থকা নাছিলো।

এতিয়া যিহেতু চাৰিওপিনে পৰিবৰ্ত্তন আহিছে সেই পুৰণি নগৰখনতো আহিছে নিশ্চয়। সেই তন্দ্ৰালসতাৰ ঠাইত মানুহবোৰৰ গাত নতুন শক্তি, নতুন উদ্দীপনাৰ সৃষ্টি হৈছে। সিহঁতে মোক আৰু তাত নিবিচাৰে—ইয়াকে কৈ মই

নিজকে সান্ত্বনা দিওঁ। কিন্তু মোক জানো কোনেও মৰম নকৰিব? মোৰ প্ৰতিবেশী আৰু মৰমৰ বান্ধৱী চুমেই-এ মোক মৰম নকৰে বুলি কেনেকৈ বিশ্বাস কৰোঁ? লগত কেঁচুৱা লৈ দুয়োজনে কিমান আন্তৰিকতাৰে কথা পাতিছিলো, হাঁহিছিলো, বজাৰৰ পৰা কিনা কণী, মাছ, ফল আদিৰ দৰ-দাম বিজাইছিলো তাক জানো পাহৰিব পাৰি? আদহীয়া বান্ধৱী মেদাম লীয়ে মোক কেনেকৈ মৰম নকৰাকৈ থাকিব পাৰিব? ওচৰত বহুৱাই লৈ গা মূৰ পিহি দি তেওঁ ইমান মৰম কৰিছিল। এই বান্ধৱীবোৰক মই কেতিয়াও পাহৰিব নোৱাৰো— তেওঁলোকেও নোৱাৰে—মোৰ ধ্ৰুব বিশ্বাস। জেৰল্ডে চিঠিত লিখাৰ দৰে তেওঁলোকেও ক'ব—"মই তোমাক ভাল পাওঁ—আৰু এই ভালপোৱা সদায় অটুট থাকিব, কিন্তু।"

ভালপোৱা যদি অটুট থাকে তাত আৰু 'কিন্তু'ৰ স্থান ক'ত? সেইটো প্ৰশ্ন সদায় মোৰ মনত উদয় হয়। ইয়াৰ উত্তৰ হলে মই বিচাৰি পোৱা নাই আৰু এটা সময়ত ভাবি ভাবি নীৰৱ হৈ পৰো।

গধূলিৰ খানা তৈয়াৰ কৰিবলৈ মই যেতিয়া ৰান্ধনি ঘৰত সোমালো বাবাই অস্ত যাব খোজা ৰবিৰ কিৰণখিনি উপভোগ কৰি আছিল। নিতৌ তেওঁ চীনা গাউনটো পিন্ধিব আৰু লগত অনা পুৰণি চীনা কিতাপকেইখন পঢ়িব। কথা খুব কমকৈ কয়। তেওঁৰ মনত কিহৰ চিন্তা মই নেজানো। আমাৰ ওচৰৰ ডাক্তৰ ক্ৰচে মোক কৈছিল যে জেৰল্ডৰ দেউতাকৰ অন্তৰত এটি হেনো ডাঙৰ আঘাত আছে, সম্ভৱ লিট্‌ল স্প্ৰিংত সেই জুপুৰি ঘৰত অকলে থাকোতে কিবা এটি আঘাত পালে।

"কোনেও নজনাকৈ এনে এটি ঘটনা ঘটিব পাৰে জানো?"—মই সুধিলো।

ক্ৰচ স্পলদেন্ অকল ভাল ডাক্তৰেই নহয়, এজন ভাল মানুহো। বেচ ওখকৈ মানুহজন, মুখখন দেখিলেই শান্ত প্ৰকৃতিৰ যেন অনুমান হয়। গাৰ গঠন বেচ আটিল। আৰু বেছি তেওঁৰ বিষয়ে নাজানো। জানিবলৈ অৱশ্যে সময়ো পোৱা নাই। ৰেণীৰ আৰু মোৰ কেতিয়াও অসুখ হোৱা নাই, গতিকে ডাক্তৰৰ সহায় বিচাৰি যাবলগীয়াও হোৱা নাই।

"এনেকুৱা ঘটনা ঘটিব পাৰে"—তেওঁ আন্তৰিকতাৰে কৈছিল। "তাত কৰিবলগীয়া অৱশ্যে বিশেষ নাই। এতিয়াৰ দৰে কেৱল তেওঁৰ যত্ন লৈ থাকিব।" তেওঁ বৰ মুকলি মনেৰে কথা নেপাতে যদিও অইন ডাক্তৰৰ দৰে বৰ লবালবিও নকৰে। মোৰ অনুৰোধ মতে বাবাক চাবলৈ তেওঁ আহিছে। মোৰ ঘৰলৈ আনিছো যদিও এই বুঢ়া মানুহজনক এতিয়াও ভালকৈ বুজি উঠা নাই। জেৰল্ডৰ

দেউতাৰুক যিদৰে মোৰ মনত আছিল এয়া সেইজন মানুহ নহয়। পিকিঙত থাকোতে বাবাৰ মন দেখিছো কৌতুহলী, সহিষ্ণু, চোকা বুদ্ধিৰ আৰু মনটো আছিল এজন পণ্ডিতৰ দৰে। মই তেওঁলৈ ভয় কৰি চলিছিলো আৰু তেওঁৰ ব্যক্তিত্বত মুগ্ধ হৈছিলো। তেওঁ নজনা কথা একোৱে নাছিল আৰু তেওঁক নজনোৱাকৈ কোনো কথা লুকাই ৰখাও সহজ নাছিল।

"জেৰল্ড, তোমাৰ দেউতাৰাক মই কেনেকৈ সন্তোষ দিম"—আমাৰ পিকিঙৰ ঘৰত প্ৰথম নিশাতে মই চিঞৰি কৈছিলো।

"মোৰ সোণজনী"—জেৰল্ডে কৈছিল, "তেওঁক সন্তুষ্ট কৰিবলৈ তুমি চেষ্টা কৰিব নালাগে। তেওঁ এনেয়ে সন্তুষ্ট। প্ৰথমতে তেওঁ প্ৰত্যেককে ভাল পায়, অৱশ্যে নিজৰ মতে। দ্বিতীয়তে, তোমাৰ আন্তৰিকতা দেখি তেওঁ খুব আনন্দ পাইছে। বাহ্যিকতা তেওঁ সমূলি ভাল নাপায়। গতিকে তোমাৰ একো অসুবিধা নহব।"

সেই সৰল আন্তৰিকতা বাবাৰ গাত এতিয়াও আছে, লগত যোগ হৈছে বাৰ্দ্ধক্যসুলভ নম্ৰতা। আমেৰিকাৰ স্কুলীয়া ল'ৰা হবৰে পৰা বেণীয়ে যিবোৰ আচাৰ-ব্যৱহাৰ পাহৰি গৈছিল ককাদেউতাকে কোনো কথা নোকোৱাকৈয়ে সেইবোৰ তাক শিকাইছিল। মই নৱহালৈকে তেওঁ টেবুলৰ কাষত নবহে। অকণমান ফুৰিবলৈ গলেও মোক নোকোৱাকৈ নেযায়। উভটি আহি মোক বিচাৰি আহি পোৱা বাতৰিটোও দিবলৈ নেপাহৰে।

তেনেই সৰু খুটি-নাতি কথা হলেও বাবাই মোৰ আগত কৈহে শান্তি পায়। এইদৰে আমি বেণী স্কুলৰ পৰা অহা সময়লৈকে কথা পাতি থাকো। মই ৰান্ধনি ঘৰত থাকিলে বাবায়ো গৈ তাত বহিব আৰু নানা ধৰণৰ কথা উলিয়াব। কিন্তু এই সজীৱ আৰু ৰসাল আলোচনা লাহে লাহে বন্ধ হৈ আহিল। আগৰ বুদ্ধিদীপ্ত সংলাপবোৰ এৰি নীৰৱে বহি থাকিবলৈ বাবাই ইচ্ছা কৰা হ'ল। সেইবুলি কোনো ধৰণৰ অনুযোগ-অভিযোগ তেওঁ তোলা নাছিল। জীৱনৰ প্ৰতি জীয়াই থকাৰ প্ৰতি মোহ যেন লাহে লাহে কমি আহিছে। বিশেষ কথা-বতৰা নপতাকৈয়ে তেওঁ খোৱা-লোৱা শেষ কৰে। নিজৰ অৱস্থা বা পৰিস্থিতিৰ কথাই যেন তেওঁ পাহৰি গৈছে মোৰ তেনে যেন লগা হ'ল। সম্ভৱ মোৰ কথাও সময়ত তেওঁ পাহৰি থাকে। কেতিয়াবা বেণীলৈ এক আচৰিত ধৰণৰ চিন্তাক্লিষ্ট মনেৰে তেওঁ চাই থাকে, অথচ কোনো কথা নকয়। তেওঁ কিজানি নিজকে প্ৰশ্ন কৰে এয়া জেৰল্ড নে জেৰল্ডৰ ল'ৰা, তেওঁ চিনি পায় নে নেপায়......। নহয়, সেইবুলি জেৰল্ডৰ চিঠিখন তেওঁক দেখুৱাটো পাপ হব। মই তাৰ অৰ্থ বাবাক বুজাব নোৱাৰিম।

আজি সন্ধিয়া খোৱা-লোৱা শেষ হ'লত ৰেণীয়ে চিনেমা চাবলৈ গ'লে। আজি শনিবাৰ। আজিৰ বাবে মই সেইকণ সুবিধা দিওঁ। কাৰণ স্কুলৰ পৰা খবৰ আহি আছে ৰেণীৰ স্বভাব-চৰিত্ৰ ভাল।

গতিকে বাবা আৰু মই অকলে ৰ'লো। মই লেম্পটো জ্বলালো। মই চিলাই কাম লৈ টেবুলৰ কাষত বহিলো, বাবা বহিল আৰামীথনত। ৰেণীৰ বাবে ৰঙা চুৱেটাৰ এটি গুঠিবলৈ লৈছিলো হয়, কিন্তু মোৰ মন গৈছিল জেৰল্ডৰ সান্নিধ্য বিচাৰি। জেৰল্ডক চীনদেশত এৰি অহাৰ পিচত তেওঁৰ চিঠি নোপোৱাকৈ এটি বাৰ্ষিকীও পালন কৰা নাছিলো। যি কোনো প্ৰকাৰে হংকঙৰ জৰিয়তে মোলৈ চিঠি এখন পঠিয়াবই। এয়ে প্ৰথম তাৰ ব্যতিক্ৰম হ'ল। আগৰ চিঠিবোৰ ওপৰত এটি চন্দনকাঠৰ বাকচত জমা হৈ আছে। আগেয়ে মই সেই চিঠিবোৰ পৰম বিশ্বাসেৰে পঢ়িছিলো—এবাৰ দুবাৰ নহয় তাতকৈও বেছি। ভাব আছিল যে এদিন আমাৰ বিচ্ছেদৰ নিশাৰ ওৰ পৰিব। আজি নিশা পুনৰ সেই চিঠিবোৰ পঢ়িবলৈ সাহস হব নে নহয় ক'ব পৰা নাই।

মই ন'কলে বাবায়ো কথা নকয়। তেওঁ প্ৰশান্তভাৱে বহি মোক লক্ষ্য কৰি থাকিব। আজি মোৰ বাবে এইটো অসহনীয় হৈ পৰিল, গতিকে মই কথা পাতিবলৈ আৰম্ভ কৰিলো :

"বাবা কওকচোন, জেৰল্ডৰ মাকক কেতিয়া বিয়া কৰাইছিল মনত পৰেনে ?"

তেওঁ অলপো বিচলিত নহ'ল ; ঠিক যেন মোৰ প্ৰশ্নটোৰ বিষয়টোকে তেৰেঁ ভাবি আছিল।

"মোৰ মনত আছে"—তেওঁ উত্তৰত ক'লে, "তেওঁৰ নাম আছিল 'আই লান্ হান্'। এগৰাকী ভাল তিৰোতা আৰু গৃহিণী আছিল।"

"তেওঁৰ লৈতে বিয়া কেনেকৈ হবলৈ পালে ?"

তেওঁ অলপ পৰ ভাবিলে, পিচত ক'লে, "সেইটো ঠিক মোৰ মনত নাই। মই তেতিয়া ডেকা সম্ৰাটৰ উপদেষ্টা হিচাপে আছিলো। মোৰ বন্ধু হান্ ফু ৰেণ-এ তেওঁৰ নাম প্ৰস্তাৱ কৰিছিল। মোক অকলশৰীয়া বুলি তেওঁ বিবেচনা কৰি তেওঁৰ ভনী এজনী মোলৈ আগবঢ়ালে। তেৱেঁই আই লান্।"

"আপুনি সঁচাই অকলশৰীয়া আছিল নেকি ?"—মই সুধিলো। তেওঁ চিন্তা কৰি ক'লে "বোধকৰো আছিলো। নহলে মই বিয়া নকৰালোহেঁতেন।"

"বাবা আপুনি জানো তেওঁক ভাল পাইছিল ?"

আকৌ অলপ সময়ৰ নীৰৱতা। মই তেওঁলৈ চালো। দেউতাৰ পুৰণি

আৰামী চকীখনত তেওঁ বহিছিল। লেম্পৰ পোহৰত তেওঁৰ চীনা-পাটৰ পোছাকটো উজ্বলি উঠিছিল। হাত দুখন ভাঁজ কৰি নিজৰ কোলাতে ৰাখিছিল। বগা চুলি আৰু দাড়ি চিক্‌মিকাই উঠিছিল। ক'লা চকুযুৰি কিন্তু বেচ চিন্তাযুক্ত। তেওঁ মনত পেলাবলৈ যত্ন কৰিছে।

"বেয়া নাপাব বাবা"—মই ক'লো। "ইমানদিনৰ পুৰণি কথাবোৰ সুধিছো।"

"মই যে তোমাক ক'ব খোজা নাই তেনে নহয়"—তেওঁ ক'লে। মই সুঁৱৰিব লাগিছো। সম্ভৱ মই ভাল পাইছিলো। মোৰ অনুমান মই প্ৰেমত পৰিছিলো—কিন্তু আই লানৰ লগত নহয়, তেওঁ বেলেগ তিৰোতা আছিল। তেওঁকহে মনত পেলাবলৈ মই চেষ্টা কৰিছো।"

"তেওঁ জানো চীনা মহিলা আছিল?"—মই সুধিলো। কাৰণ মই জানো সেইজনী চীনা তিৰোতা নাছিল।

"চীনা নহয়,"—তেওঁ ক'লে।

"তেনেহলে কি?"

"সেইটোৱে মোৰ এতিয়ালৈকে মনত পৰা নাই।"

"তেওঁৰ নাম?"

"নামটোও মনত নাই।"

উঃ কি আচৰিত। উলৰ টোপোলাটি মোৰ হাতৰ পৰা খহি পৰিল। ভাল-পোৱা আৰু ভালপোৱা গৰাকীৰ নাম বিচাৰি হাইৰাণ হোৱা! ইও জানো সম্ভৱ! এদিন তেনেহলে পিকিঙত, হয়তো বহুদিন পিচত জেৰল্ডেও এইদৰে মোৰ নাম পৰ্য্যন্ত পাহৰি যাব?

বাবাই তেতিয়াও মনত পেলাবলৈ যত্ন কৰি আছিল। তেওঁ পুনৰ আৰম্ভ কৰিলে, "মোৰ অনুমান মই অকলে আছিলো আৰু মই যাক ভাল পাইছিলো তেওঁ তাৰ প্ৰতিদান দিয়া নাছিল। এৰা, মোৰ মনত পৰিছে মই ভাল পাইছিলো। কিন্তু মোক ভালপোৱা নাছিল। সম্ভৱ মই বিয়াৰ প্ৰস্তাৱ দিছিলো, অৱশ্যে খুব স্পষ্টকৈ মনত নাই—দিয়া হৈছিল নে নাই। কিন্তু এইটো ঠিক যে মই অকলে আছিলো। য়ু ৱেন্-এ যেতিয়া মোক তেওঁৰ ভনীয়েকৰ কথা কৈছিল মই ভাবিছিলো যে চীনা-ছোৱালী এজনী বিয়া কৰালে ভালেই হব কিজানি। চীনালোকসকলৰ মাজত কাম কৰিবলৈ তেওঁ মোক সহায় কৰিব পাৰিব।

মই উলখিনি আকৌ হাতত তুলি ললো: "চীনা-ছোৱালী এজনী বিয়া মোহোৱাকৈ থকাটো আচৰিত কথা নহয় জানো?"

তেওঁ এইবেলি যথেষ্ট সহজ হৈ ক'লে, "তেওঁ এজনলৈ বাকদত্তা হৈ আছিল, কিন্তু সেই ডেকাজনৰ হঠাৎ মৃত্যু হ'ল। মোৰ বিশ্বাস সেই সময়ত তাত কলেৰা মহামাৰীয়ে দেখা দিছিল। মোৰ বন্ধুৱে কৈছিল যে ছোৱালীজনীৰ পোন্ধৰ বছৰ বয়সতে সেই ডেকাজন ঢুকাইছিল। আমাৰ বিয়া হবৰ সময়ত তেওঁৰ বয়স পঁচিশ আছিল আৰু মোৰ ত্ৰিশ।"

"এজন বিদেশীলোকক বিয়া কৰাবলৈ ইচ্ছা কৰাটো আচৰিত যেন নেলাগেনে বাৰু?" বাবাৰ মনোজগতৰ এচুকত মই এটি সুৰুঙা বিচাৰি পালো আৰু নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে পূৰা সুবিধা আদায় কৰাত ব্যস্ত হৈ পৰিলো। জেৰাল্ডৰ মাকক জানিবলৈ মোৰ ইচ্ছা হৈছিল। আগেযে বাবাই কাহানিও পত্নীৰ কথা কোৱা নাছিল। পিকিঙৰ ঘৰত আনকি তেওঁৰ ফ'টো এখনো দেখিবলৈ পোৱা নাছিলো। আৰু জেৰাল্ডেও মাকৰ কথা ক'বলৈ ভাল নেপাইছিল। মাকৰ স্মৃতি মনত পৰিলে তেওঁ অন্তৰত আঘাত পোৱা যেন লাগে। ইয়াৰ কাৰণ মই বুজি পোৱা নাছিলো।

সেই নিশা গোটেই ভাৰমণ্টখনেই নীৰৱ হৈ থকা যেন লাগিছিল। আকাশত জোন নাছিল যদিও মোৰ ভাল লাগিছিল। মে' মাহত জাৰ-জহ দুয়োটাই আমাৰ উপত্যকাত সম্ভৱপৰ। আজি নিশা অলপ গৰম আছিল। মই খিৰিকিবোৰ বন্ধ কৰি দিছিলো চেঁচা বতাহ বন্ধ কৰিবলৈ নহয়, লেম্পত আত্মহত্যা কৰিবলৈ অহা চগাবোৰ বন্ধ কৰিবলৈ। ঘৰটোত এক নিবিড় নীৰৱতা। বাবা আৰু মই দুজনে অতি মুকলি মনেৰে কথা পাতিছিলো। এটি সৰু ল'ৰাৰ দৰে বাবাই কথাবোৰ কৈ গৈছিল। ইংৰাজী আৰু চীনা দুয়োটা ভাষাকে তেওঁ ব্যৱহাৰ কৰিছিল। ভাৰমণ্টৰ টিলাত বহি নিশা তেওঁৰ মুখত প্ৰাচীন চীনাভাষাত কোৱা কথা শুনিবলৈ অতি মনোৰম লাগিছিল। মোৰ মা থকা হ'লে কি ভাবিলেহেঁতেন। আকৌ দেউতাই কেনেকৈ শুনিলেহেঁতেন। কোনোজনে বুজি নেপালেহেঁতেন। মই কিন্তু বুজিছিলো। চীনাভাষা শিকা বাবে মোৰ মনটো ভাল লাগি গ'ল। জেৰাল্ডে মিঃ চেন্‌অক মোৰ ঘৰুৱা শিক্ষক নিযুক্ত কৰি যি ধন খৰচ কৰিছিল আজি নিশা তাৰ সদ্ব্যৱহাৰ কৰিবলৈ পাই মোৰ বৰ ভাল লাগিছিল।

আৰামী চকীখনত বহি মাজে মাজে মোলৈ মাজে মাজে খিৰিকিখনলৈ চাই ঘটনাবোৰ তেওঁ কৈ গৈছিল; বিস্মৃতিৰ গৰ্ভৰ পৰা নিগৰি ওলোৱা কথাবোৰ মোৰ গল্প গল্প যেন লাগিছিল।

তেওঁলোকৰ অৰ্থাৎ বাবাৰ আৰু জেৰল্ডৰ মাকৰ বিয়া হৈছিল প্ৰাচীন বৌদ্ধ ৰীতিমতে।

"তেওঁৰ মাক-পিতাকে বাৰু আমেৰিকান এজনক গ্ৰহণ কৰিবলৈ আগ্ৰহান্বিত হৈছিল নে?"—আৰম্ভণিতে মই সুধিলো।

তেওঁৰ মাক-পিতাক আগেয়ে ঢুকাইছিল। ককায়েক হান্ য়ু বেন্এ ঘৰৰ অভিভাৱক আছিল। পোনতে ভনীয়েকক তেওঁ সন্মত কৰাব পৰা নাছিল। কাৰণ ভনীয়েকে নিজকে বিধবা বুলি জ্ঞান কৰিছিল আৰু বিয়া কৰোৱাটো অন্যায় হব বুলি মত প্ৰকাশ কৰিছিল। এনেকি তেওঁ বৌদ্ধ ভিক্ষুণী হবলৈও ভাবিছিল, কিয়নো বহুত গাভৰু ছোৱালীয়ে চীনত এই সংঘবোৰত ভৰ্ত্তি হোৱা দেখা যায়। কিন্তু তেওঁৰ ঈশ্বৰ-সন্দেহী মনটোৱে শেষত বাধা দিবলৈ সক্ষম হৈছিল। ঘৰত থাকিয়ে তেওঁ পঢ়াত আত্মনিয়োগ কৰিলে।

"বাবা, দেখিবলৈ তেওঁ ধুনীয়া আছিল নে?"

তেওঁ অলপ বেলি ভাবিলে, শেষত ক'লে, "ওহোঁ নাছিল। হলেও কেতিয়াবা কেতিয়াবা ধুনীয়া যেন লাগিছিল।"

"কোন সময়ত বাৰু?" বৰ নিলাজ প্ৰশ্ন এটি সুধি পেলালো। কিয়নো প্ৰেমত পৰা বাবেও তো তেওঁক ধুনীয়া লাগিব পাৰে?

বাবা বিচলিত হোৱা নাছিল। আগৰ দৰে ধীৰে সুস্থিৰে কৈ গ'ল, "তেওঁৰ প্ৰিয় প্ৰাচীন চীনা কবিতাবোৰ যেতিয়া মোক পঢ়ি শুনাইছিল তেতিয়া তেওঁক ধুনীয়া দেখিছিলো। তেওঁ সেইবোৰ পঢ়ি শুনাই বৰ আমোদ পাইছিল। বীণ বজাবলৈকো তেওঁ বৰ ভাল পাইছিল আৰু তেওঁৰ মাতটোও বৰ কৰুণ আৰু মিঠা আছিল। সন্ধিয়া বীণখনি বজাই প্ৰায়ে তেওঁ চকুপানী মচিছিল। ইয়াৰ কাৰণ মই বুজি পোৱা নাছিলো।"

"জেৰল্ডৰ জন্মৰ পিছত তেওঁ সুখী হৈছিলনে?"

বাবা অলপ বিবুদ্ধিত পৰা যেন হ'ল। "ক'ব নোৱাৰো তাকেই সুখ বুলিব পাৰিনে নোৱাৰি। তেওঁৰ যথেষ্ট পৰিবৰ্ত্তন হৈছিল। তেওঁ আৰু কবিতা নপঢ়া হ'ল, বীণ নবজোৱা হ'ল। তাৰ পৰিবৰ্তে তেওঁ বিদ্ৰোহলৈ আকৰ্ষিত হ'ল। তেতিয়ালৈকে ৰাজনৈতিক কামবোৰত তেওঁৰ সমূলি নিচা নাছিল। জেৰল্ড ওপজাৰ আগেয়ে তেওঁ এখন্ধ বাতৰিকাকত পঢ়াও মোৰ মনত নপৰে। কিন্তু পিচলৈ নতুন নতুন আলোচনী আৰু কিতাপ পঢ়া তেওঁৰ নিয়মীয়া অভ্যাসত পৰিণত হ'ল আৰু সেইবোৰৰ প্ৰভাৱত পৰিয়ে সম্ভৱ চান্-য়েট্-চেনৰ দৈতে

তেওঁৰ বন্ধুত্ব স্থাপন হ'ল। এই বিষয় লৈ আমাৰ কাজিয়া হৈছিল, মোৰ মনত আছে।

"আপুনি কাজিয়া কৰা কথাটো মই কল্পনাই কৰিব নোৱাৰো, বাবা?" মই ক'লো।

তেওঁ মোৰ কথাটো শুশুনিলে বা শুনিলেও মন নিদিলে। তেওঁ আগৰ কথাৰ লগতে কৈ গ'ল, "চান্-য়েট-চেনক মই ভাল নাপাইছিলো। মই আনকি তেওঁক বিশ্বাসো নকৰিছিলো। মই তেতিয়া ৰজাৰ উপদেষ্টা আছিলো, বুজিছা নে? মই বুজিছিলো যে পুৰণি ধৰণৰ চৰকাৰটোৱেই উৎকৃষ্ট আছিল। তদুপৰি চানৰ প্ৰাচীন শিক্ষা বা বিদ্যাও নাছিল। তেওঁ কেৱল মিচনেৰী স্কুলত পঢ়িছিল।"

বাবাৰ স্পষ্ট উক্তিবোৰ শুনি মই বিস্ময় মানিছিলো। আগৰ 'বাবা' জনে আহি মোৰ আগত দেখা দিয়া যেন লাগিল। বাবাই কোৱা আৰম্ভ কৰিলে, মই উশৰ কাম এৰি খুব মনোযোগ দিছিলো।

"আমাৰ মত মিলা নাছিল। প্ৰাচীন শিক্ষা-দীক্ষাত ডাঙৰ-দীঘল হোৱা মানুহজনী হঠাতে সলনি হৈ গ'ল। অৱশ্যে বিয়াৰ বহুত পিচত চীনা গৃহিণীৰ দৰে তেওঁ আমাৰ ঘৰ এৰি কলৈকো নগৈছিল, কেতিয়াও। কিন্তু কেচুৱাটি ডাঙৰ হৈ অহাৰ লগে লগে তেওঁ অ'লৈ ত'লৈ যোৱা আৰম্ভ কৰিলে। ক'লৈ গৈছিল বুলি সুধিলে মিটিঙলৈ যোৱা বুলি উত্তৰ দিছিল। তেতিয়াহে জানিলো তেওঁ চান-য়েট-চেনৰ বক্তৃতা শুনিবলৈ যায়। চান্-য়েট-চেন যোগ্য নেতা নাছিল, দক্ষিণ ফালৰ সাধাৰণ খেতিয়কৰ ল'ৰা বুলি মই তেওঁক বুজাইছিলো। তেতিয়া, তেতিয়া তেওঁ মোৰ ওপৰত অভিযোগ আনিছিল।"

তেওঁৰ মাতটো কঁপিছিল, কণ্ঠস্বৰ আপোনা-আপুনি বন্ধ হ'ল।

"কি বুলি আপোনাৰ বিৰুদ্ধে অভিযোগ তুলিছিল, বাবা?"

তেওঁ অতি বেজাৰ মনেৰে মোলৈ চালে, তলৰ ওঁঠটো কঁপি আছিল: "তেওঁ কৈছিল যে মই বিদেশী হোৱা বাবে বিদ্ৰোহ আৰম্ভ হোৱাটো বিচৰা নাছিলো। তেওঁ আনকি ইয়াকো কৈছিল যে মোৰ বেতনৰ স্বাৰ্থত মই সম্ৰাটক সিংহাসনত ৰাখিবলৈ বিচাৰিছিলো। মই যেতিয়া তৎক্ষণাৎ কাম ইস্তফা দিম বুলি জনাইছিলো তাতো তেওঁ সন্তুষ্ট হোৱা নাছিল। তেওঁ কৈছিল যে চাকৰিৰ পৰা অৱসৰ লৈও মই মোৰ নিজৰ মানুহৰ হকে কাম কৰিম। আমাৰ এই দুটা জাতিৰ কেতিয়াও মিল হব নোৱাৰে বুলি তেওঁ ঘোষণা কৰিছিল। মই মোৰ নিজৰ

জাতিৰ প্ৰতিহে আকৃষ্ট বুলি তেওঁ দোষাৰোপ কৰিছিল। ইমান নম্ৰ আৰু ভদ্ৰ ছোৱালীজনী হঠাতে মোৰ প্ৰতি নিষ্ঠুৰ আৰু খঙাল হৈ পৰিল। তেওঁ আনকি ইয়াকো ক'লে যে মই হেনো কেতিয়াও তেওঁক ভাল পোৱা নাছিলো।"

পৰিৱৰ্তন হোৱাৰ কাৰণ তেন্তে এয়েই আছিল! মোৰ বুজিবৰ বাকী নাথাকিল। ময়ো নাৰী। বেচেৰীয়ে ভাল পাইছিল, কিন্তু বাবাৰ পৰা তাৰ প্ৰতিদান নাপাইছিল। গতিকে তেওঁ ঘৰ এৰি অনাই-বনাই ঘূৰি ফুৰিছিল আশ্ৰয় বিচাৰি। বাবাই নজনা কথাটো বা জানিলেও পাহৰা কথাটো কৈ দিবলৈ মোৰ সাহসে নুকুলাল।

"তেন্তে সেয়া জেৰল্ডৰ বাবে হৈছিল?"

বাবাই মূৰ জোকাৰিলে: "মই নেজানো।"

কিন্তু মই জানিছিলো। ল'ৰাৰ মুখ দেখি তেওঁ নতুন জ্ঞান পালে। আধা শ্বেতাংশ আধা চীনা এই ল'ৰাৰ অনিশ্চিত ভৱিষ্যতৰ কথা ভাবি তেওঁ ভয় খালে। সেই ল'ৰাৰ বাবে ঠাই ক'ত? তেওঁ জানিছিল যে ল'ৰাটোৱে যদি তাৰ দেউতাকৰ দেশলৈ যায় তাত মাকক কোনোৱে ভাল নাপাব। গতিকে তাৰ স্থান হব লাগিব মাকৰ দেশতে। কিন্তু তাতো তাক ৰাখিবলৈ হলে সেই দেশ বা সমাজখন তেওঁ নতুনকৈ সজাব লাগিব। এইটো নিঃসন্দেহ যে কথাখিনি মই তেনেই হোজা ধৰণে কৈ পেলাইছো। জেৰল্ডৰ মাকে সেইদৰে নকলেহেঁতেন, সম্ভৱ সেইদৰে নেভাবিলেওহেঁতেন। খুব সম্ভৱ তেওঁ যি কৰিছিল সকলোখিনি নিজৰ মানুহৰ বাবে কৰিছিল। পুৰণি যুক্তি বা মতবোৰ তেওঁ শুনিছিল: তেওঁৰ দেশৰ জনসাধাৰণক অত্যাচাৰ কৰা হৈছে, সেই দেশখন বিদেশীয়ে আক্ৰমণ কৰি পেলাব পাৰে। কিন্তু মই জানো সকলো যুক্তিয়েই মূল্যবান। আমাৰ নিজৰ কিছুমান গোপন উদ্দেশ্যৰ বাবে আমি কামবোৰ কৰো, আমি যি দেশতে নেথাকো কিয় সকলোৰে ক্ষেত্ৰত ই প্ৰযোজ্য। তেওঁৰ ল'ৰাক তেওঁ ৰাখিবলৈ বিচাৰিছিল। এতিয়া মই বুজিছো জেৰল্ডৰ বাবে তেওঁ কি জাল তৈয়াৰ কৰিছিল।

বাবা ইমান পৰ মনে মনে আছিল।

"তাৰ পিছত কি হ'ল বাবা?"—মই সুধিলো।

বাবাই এটি হুমুনিয়াহ কাঢ়িলে, আৰু মই মোৰ চিলাইৰ কাম হাতত ললো। তেওঁৰ মন শান্ত হোৱা যেন লাগিল। মোৰ মন কিন্তু অধিক অশান্ত হৈ পৰিল শেষখিনি জানিবলৈ। অতি বিনয়েৰে মই পুনৰ যত্ন কৰিলো:

"মাকৰ মৃত্যুৰ সময়ক জেৰল্ডৰ বয়স কিমান আছিল, বাবা ?"

…হঠাতে তেওঁ বৰ তৎপৰতাৰে উত্তৰ দিলে, তেওঁৰ এই ক্ষিপ্রতাত মই অবাক মানিলো—হাতৰ পৰা উলথিনি কেতিয়া সুলকি পৰিল ক'বই নোৱাৰিলো। তেওঁ ক'লে :

"তেওঁৰ মৃত্যু হোৱা নাছিল। তেওঁক হত্যা কৰিলে।"

"কি !"

দুয়ো দুয়োৰে মুখলৈ ভেবা লাগি চাই থাকিলো। বাবাৰ চকুত কিবা এটা আতঙ্কৰ চিন দেখি মই কঁপি উঠিলো। শোকত বা অস্থিৰতাত নহয়, মই ভালদৰে জানো, কিবা এটি শঙ্কাত তেওঁৰ চকুহাল উজ্জ্বলি উঠিছিল।

"মই তেওঁক সতৰ্ক কৰি দিছিলো"—তেওঁ ক'লে। তেওঁ কঁপিছিল আৰু সেই কঁপনি তেওঁৰ পাটৰ কাপোৰে ঢাকি ৰাখিব পৰা নাছিল। তেওঁ যদি কথা শুনে মই বচাব নোৱাৰিম বুলিও তেওঁক কৈছিলো। কাৰণ তেওঁ বিপ্লৱী হৈ পৰিছিল, ভয়ানক বিপ্লৱী, বুজি পাইছানে ? অকল দেশপ্রেমিকা হোৱাই নহয়; মন কৰিবা তেওঁ 'সিইতৰ' এটা হৈ পৰিছিল।"

"বাবা ওহোঁ।"

"হয, হয! প্রথমতে তেওঁ চান-য়েট-চেনৰ পৰিবাৰৰ বান্ধৱী হৈ পৰিল। দুয়োগৰাকী মহিলাই ঘণ্টাৰ পিচত ঘণ্টা জুৰি আলোচনা পাতিব ধৰিলে, কেতিয়াবা মোৰ ঘৰতে। অৱশেষত মই এইটো নিষেধ কৰিলো। মই নিজৰ বাবে আৰু জেৰল্ডৰ বাবেও ভয় কৰিছিলো। মই কৈ দিছিলো যে সেই 'ৰাজদ্ৰোহী' সকলৰ লগে লগে—এৰা, সেই শব্দটোকে মই ব্যৱহাৰ কৰিছিলো : "আই লান তুমি যদি সেই ৰাজদ্ৰোহীসকলৰ লগ লবই খোজা তেন্তে মোৰ ঘৰত নোৱাৰিবা বা মোৰ ল'ৰাৰ সন্মুখতো সেইটো সম্ভৱ নহব।' মোৰ মুখৰ পৰা সেই দুটা শব্দ বাচি লৈ তেওঁ মোলৈ প্রয়োগ কৰিলে—যেন এখন ডেগাৰহে নিক্ষেপ কৰিলে।"

"তোমাৰ ল'ৰা !"

সেই চীনা শব্দ দুটি তেওঁ যেন এই কোঠাতহে উচ্চাৰণ কৰিছে ইমান স্পষ্টকৈ মই শুনিছিলো। হেজাৰ হেজাৰ মাইল আঁতৰত থাকিও সেই কথাষাৰ মই নিজ কাণেৰে শুনা যেন পাইছিলো।

"ওহ্ বাবা! তাৰ পিচত ?"

"তেওঁ মোৰ ঘৰৰ পৰা ওলাই গ'ল আৰু পুনৰ তেওঁৰ সৈতে মোৰ দেখা নহ'ল।"

"তেওঁৰ মৃত্যু হোৱা নাছিল ?"

'তেতিয়াই হোৱা নাছিল। মই মোৰ বন্ধু আৰু তেওঁৰ ককায়েক হান্ সু্ বেণৰ ওচৰলৈ গৈছিলোঁ। দুয়োজনে মিলি তেওঁক বিচাৰিছিলোঁ। ককায়েকৰ মত মোৰ সৈতে মিলিছিল, বুজিছা। তেওঁৰ ভনীয়েকক বিয়া কৰাবলৈ মোলৈ যচা বাবে তেওঁ মোৰ ওচৰত ক্ষমা ভিক্ষা কৰিছিল। ভনীয়েকক তেওঁ নিন্দা কৰিছিল। অকল সেয়ে নহয়, তেওঁক পৰিয়ালৰ সকলো সম্পত্তিৰ পৰা বঞ্চিত কৰিছিল আৰু বংশাৱলীৰ পৰা তেওঁৰ নাম কাটি পেলাইছিল। অৱশেষত তেৱে এদিন ভনীয়েকক বিচাৰি পালে। কিন্তু সেই ঠাইৰ ঠিকনা মোক আৰু নিদিলে। তেওঁ কৈছিল, "সেইটো আপুনি নজনাকৈ থকাই ভাল।" মই তাৰ অৰ্থ বুজি পাইছিলোঁ। ভনীয়েকে 'সিহঁতৰ' লগত সক্ৰিয়ভাবে অংশ গ্ৰহণ কৰিছিল। 'সিহঁতৰ সৈতে দক্ষিণ চীনত তেওঁ থাকিবলৈ লৈছিল আৰু তাতে বিপ্লৱৰ ভেটি ৰচনা কৰিছিল। চান্-য়েট-চেনৰ পৰিবাৰৰ সৈতে আই লান ভনীৰ নিচিনা হৈ পৰিছিল।'

"জেৰল্ডেও তেন্তে মাকক আৰু দেখিবলৈ পোৱা নাছিল ?"

কিয়নো বাবাই যেতিয়াই কথা ক'বলৈ আৰম্ভ কৰে মোৰ মনটো জেৰল্ডৰ কাষলৈ লৰি যায়। দেউতাকৰ সৈতে সেই ডাঙৰ ঘৰটোত অকলে ডাঙৰ-দীঘল হোৱা মই তেওঁক দেখিছিলোঁ। মনটো সদায় চিন্তান্বিত। বোধহয় মাকৰ কথাকে ভাবি আছিল। কোন শিশুৱে বাৰু মাকৰ কথা নভবাকৈ থাকিব পাৰে ? কলেজৰ পঢ়া শেষ কৰি প্ৰথমতে মই নিউইয়ৰ্কৰ এখন অনাথ-আশ্ৰমত শিক্ষয়িত্ৰীৰ কাম কৰিছিলোঁ। কোঠাবোৰ পৰিত্যক্ত আৰু অৱহেলিত শিশুৰে ভৰ্ত্তি হৈ পৰিছিল। দিনত সিহঁতে খেলিছিল, কেতিয়াবা হাঁহি ধেমালিও কৰিছিল। কিন্তু ৰাতি সিহঁতৰ কান্দোনৰ কি ভয় লগা শব্দ ! মোৰ কোঠাটো একেবাৰে এমূৰত আছিল আৰু নিশা মোৰ কামো একো নাছিল, এজনী নাৰ্চ সিহঁতৰ ওচৰত থাকিছিল। কিন্তু ৰাতিটোৰ ভিতৰত কেবাবাৰো মোৰ টোপনিৰ ব্যাঘাত হৈছিল। এটা শিশুৱে তাৰ টোপনিতে 'মা' 'মা' বুলি মাতিলে কোঠাটোত থকা কুৰি-পচিশটা শিশু সাৰ পাই উঠে। এটা এটাকৈ আটায়ে তেতিয়া ডাঙৰকৈ মাতিব ধৰে 'মা' 'মা'। সিহঁতৰ এই সম্মিলিত চিঞৰত কাষৰ কোঠাৰ শিশুবোৰো সাৰ পায় আৰু সকলোৱে 'মা' 'মা' বুলি বিননি ধৰে। সিহঁতৰ বহুতেই হয়তো মাকক নেদেখিলেই বা দেখিলেও অনেকে পাহৰি গৈছে। এই শোকৰ যন্ত্ৰণা কি অসহনীয় ! মই কাম এৰি দি ঘৰলৈ গুচি আহিলোঁ। কিন্তু অজান মাতৃক বিচাৰি ব্যাকুল কণ্ঠে চিঞৰি উঠা শিশুবোৰৰ সেই স্মৃতি কাহানিও মচি পেলাব নোৱাৰিলোঁ। শৈশৱ অৱস্থাত

তাৰ বিদেশী পিতৃৰ সৈতে অকলে বাস কৰা জেৰল্ডৰ অৱস্থাও এই শিশুবোৰতকৈ কোনো গুণে পৃথক হব নোৱাৰে।

"সি তাৰ মাকক দেখিছিল," বাবাই মোৰ প্ৰশ্নৰ উত্তৰত ক'লে। তেওঁ ঠিক পথেই বাচি লৈছিল সেই বিষয়ত। তেওঁ যিহেতু মোৰ ঘৰ এৰি গুচি গৈছে তাৰ লগত মনে মনে দেখা নকৰে। কিন্তু ককায়েকৰ জৰিয়তে জেৰল্ডক লগ পাবলৈ মোৰ অনুমতি বিচাৰিছিল।

"আপুনি দিছিল জানো ?"

"প্ৰথমতে দিয়া নাছিলো। তাৰ মনটো দুষিত হোৱা মই ইচ্ছা কৰা নাছিলো। হান্ য়ু বেণক মই সেইটো জানিবলৈ দিছিলো। মাকে তাৰ মনটো বিষাক্ত কৰিব নোৱাৰিব-মই স্পষ্টভাৱে জনাই দিছিলো। তেওঁ মোৰ কথা শুনিছিল। তেওঁ জনাইছিল যে জেৰল্ডক তেওঁ একো নিশিকায়, লগতে ইয়াকো কৈছিল যে তাৰ শিক্ষাৰ দায়িত্ব মই নিজে লব লাগে। গতিকে মই তাক মামাৰ ওচৰলৈ যাবলৈ দিছিলো। তাক চাবলৈ তেওঁ পিকিঙলৈ আহিছিল আৰু তেওঁৰ পৈতৃক ঘৰতে সেই সাক্ষাতৰ ব্যৱস্থা কৰা হৈছিল।"

"সেই ব্যৱস্থা কেইঘণ্টামানৰ বাবে নে কেইদিনমানৰ বাবে কৰা হৈছিল ?" মই সুধিলো।

"কেতিয়াবা কেই ঘণ্টামানলৈ আৰু কেতিয়াবা কেইদিনমানলৈকো আছিল। সেইটো নিৰ্ভৰ কৰিছিল 'সিঁহতৰ' প্ৰতি তেওঁৰ কৰ্ত্তব্যৰ ওপৰত। কাৰণ 'সিঁহতৰ' প্ৰযোজনটোৱে আছিল ডাঙৰ কথা।"

উহ্ ল'ৰাই চাগৈ সেইটো বুজি পাইছিল। মানুহৰ প্ৰতি তেওঁৰ মন অত্যন্ত অনুভূতিপ্ৰৱণ। এনেকি আমাৰ বিয়াৰ আগলৈকে মই তেওঁক ভাল পোৱা কথাটো তেওঁ বিশ্বাস কৰিবলৈ টান পাইছিল। মোৰ ভালপোৱাৰ পাত্ৰ একমাত্ৰ তেৱেঁই বুলি বিয়াৰ পিচতো একাধিকবাৰ দোহাৰিবলগীয়া হৈছিল। সময়ত ঈৰ্ষান্বিত হোৱাৰ ভাও জুৰিবলগীয়া হৈছিল। মোৰ মনত আছে যোৱা শীতকালত এটি পাৰ্টিত যোগ দিবলৈ গৈ মই জেৰল্ডক কৈছিলো, "জেৰল্ড, মোত বাহিৰে আনৰ লগত এবাৰতকৈ অধিক নাচিব নোৱাৰা ; কোৱা, শুনিবা ?"

তেওঁ লাজত ৰঙা পৰিছিল, "ইমান অজলা ন:'বা দেই।" মই যে কেতিয়াও ঈৰ্ষান্বিত হোৱা নাছিলো তাক তেওঁ জনা নাছিল। নিজৰ ক্ষেত্ৰত যিদৰে মই নিশ্চিত আছিলো তেওঁৰ ক্ষেত্ৰতো সমানে নিশ্চিত আছিলো। একোটা পাৰ্টিত বা উৎসৱত যিমানে ধুনীয়া বিদেশী ছোৱালীবোৰ নেথাকক মোৰ কোনো ঈৰ্ষা

হোৱা নাছিল। জেৰল্ডৰ নিচিনা ধুনীয়া মানুহৰ বাবে ভয় হোৱাৰ কাৰণ আছিল, সকলোৱে স্বীকাৰ কৰিব। কিন্তু মোৰ ভয় নাছিল। কাৰণ মই জানিছিলো তেওঁ মোত বাহিৰে আন কাৰো হব নোৱাৰে।"

"মোৰ কি ভাল লগা নাছিল জানা"—বাবাই কৈ গ'ল, "ল'ৰাই মাকৰ পৈতৃক ঘৰতে থাকিবলৈ ইচ্ছা কৰা বুলি যেতিয়া জানিলো। সি তাৰ আপোন ইচ্ছাত মোৰ ওচৰলৈ উভটি অহা নাছিল। সম্ভব তাক মিঠাই আদি দি মিটিৰ-কুটুম সকলে যথেষ্ট আদৰ-সাদৰ কৰি ৰাখিছিল। তুমিতো জানাই সেই আদৰ কেনেকুৱা হব পাৰে।"

মই জানিছিলো। সেই পুৰণি চীনা পৰিয়ালবোৰত ল'ৰাৰ আদৰ বৰ বেচি। কাৰণ এই ল'ৰাবোৰেই আছিল সিহঁতৰ বংশ আৰু জাতিৰক্ষাৰ আশাৰ ধৰণী স্বৰূপ। গতিকে ছোৱালীতকৈ ল'ৰাবোৰক বেচি আদৰ, বেচি মৰম কৰি বুৰাই ৰাখিছিল। কেৱল অতি শক্তিশালী আৰু আত্মনির্ভৰশীল সকলেহে এই মৰম চেনেহৰ জালৰ পৰা ওলাই স্বাধীন জীৱন-যাপন কৰিবলৈ সমৰ্থ হৈছিল। মোৰ অনুমান আমাৰ মৃত শিশুটি ল'ৰা হোৱা হ'লে সি এনেকুৱা সাহসী হ'লহেঁতেন। কিন্তু তাই আছিল ছোৱালী। তাইৰ নাম ৰুৱান ৰাখিছিলো। তাইৰ কথা পাহৰি যাবলৈ মই যত্ন কৰিছো। বহুত কেচুৱা মই দেখিছো, কিন্তু তাইৰ নিচিনা দেখা নাই। মোৰ প্ৰথম সন্তান তাই। জেৰল্ডে হস্পিতেলত তাইক চাবলৈ আহোতে মুখত হতাশাৰ চিন মই ধৰিব পাৰিছিলো। এয়া তেওঁৰ চীনা তেজৰ প্ৰভাৱতে হব লাগিব। কেচুৱাটি মোৰ সোঁ হাতত শুই আছিল।"

"এয়া তোমাৰ ছোৱালী"—মই জেৰল্ডক কৈছিলো। সেই সময়ত মোৰ মনত অসীম আনন্দ, অসীম উলাহ। গোটেই জীৱনটোকে নতুনকৈ ভাল পাবলৈ প্ৰেৰণা পাইছিলো। সেই ভালপোৱা মোৰ স্বামী, মোৰ ঘৰ, পিকিঙ নগৰখন আৰু সমগ্ৰ চীনদেশ বিযপি আছিল।

মোৰ বিচনাখনৰ কাষতে তেওঁ বহি পৰিছিল আৰু খুব গহীনভাৱে কেঁচুৱাটো নিৰীক্ষণ কৰিছিল। মনৰ পৰা হতাশাৰ ভাব লুকুৱাবলৈ তেওঁ যিমানে চেষ্টা নকৰক-মোৰ চকুত ধূলি দিব নোৱাৰিলে।

"তেনেই অকণমানি কেচুৱাটি" তেওঁ মন্তব্য কৰিলে।

মোৰ খঙ উঠিছিল, ক'লো—"জেৰল্ড, তাইৰ ওজন কিন্তু আঠ পাউণ্ড। আৰু তাই বুধিয়ক হব।"

"বুধিয়ক ?" তেওঁ মুখৰ ভিতৰতে ক'লে, তেওঁৰ চকু অৱশ্যে তাইৰ শুই থকা ঘৃৰণীয়া মুখখনতে আৱদ্ধ আছিল।

"এৰা"—অইন সচৰাচৰ কথাৰ দৰে এই বিষয়তো মই তেওঁক সমৰ্থন কৰিব গুলাইছিলো। হঠাৎ মই ঠিক কৰিলো মোৰ ছোৱালীৰ ক্ষেত্ৰত মই জধে-মধে তেওঁৰ কথা নেমানিম। তাই ধুনীয়া হব লাগিব, হৃষ্ট-পুষ্ট হব লাগিব আৰু বুধিয়ক হবও লাগিব। তাই মোৰ আশা পূৰণৰ পথত পাঁচ বছৰ বয়সতে যথেষ্ট সম্ভাৱনাৰ ইঙ্গিত দিছিল। ঠিক সেই সময়তে হঠাতে এদিন তাইৰ মৃত্যু হ'ল।

উহ্ তাইৰ মৃত্যুৰ কথা নভবা হলেই ভাল আছিল, অন্ততঃ বিয়াৰ আজি বছৰেকীয়া দিনটোৰ সময়খিনিত।

"বাবা, আপোনাৰ ভাগৰ লাগিছে"—মই ক'লো আৰু চিলাইৰ কামখিনি লগে লগে সামৰি ললো। "আপোনাৰ শুবৰ সময় পাৰ হৈ গৈছে। আমি অইন সময়ত আৰু কথা পাতিম।"

"কিন্তু মোৰ শেষ হোৱা নাই"—তেওঁ অলৰ-অচৰভাৱে বহি থাকিল। গতিকে মই অপেক্ষা কৰিলো। "জেৰল্ডৰ মাকক কেনেকৈ হত্যা কৰিলে তোমাক কোৱাই নাই," তেওঁ ক'লে।

তেওঁ কোৱা নাই, সঁচা কথা। ই আছিল এটা ভয়ানক মৃত্যু, মই অনুমান কৰিব পাৰিছিলো। এন্ধাৰত থকা থিৰিকি খনলৈ ওঁঠ কামুৰি নিবদ্ধ কৰা তেওঁৰ চোকা দৃষ্টিত মই সেই মৃত্যুৰ বিভীষিকা দেখা পাইছিলো।

"তেওঁক গুলীয়াই মাৰিছিল," তেওঁ ক'লে। তেওঁ আকৌ কঁপিব ধৰিলে; মই চাই থাকিব নোৱাৰিলো।

"বাবা, নক'ব। সেই কথা পুনৰ নেভাবিব।"

তেওঁ কিন্তু কৈ গ'ল যেন মোৰ কথা তেওঁৰ কাণতে নোসোমাল। "১৯৩০ চনত নানকিং চহৰত জাতীয়তাবাদী চৰকাৰৰ চোৰাংচোৱা বিভাগৰ পুলিচৰ আদেশত তেওঁক ধৰা পেলোৱা হয়। তেওঁ তেতিয়া অকলে আছিল। তেওঁৰ বান্ধৱী মেডাম চান্ তেতিয়া তেওঁৰ লগত নাছিল। তেওঁক চহৰত থাকিবলৈ 'সিহঁতে' আদেশ কৰিছিল। তাৰ কাৰণ অৱশ্যে মই বুজি পোৱা নাছিলো। সম্ভৱ তেওঁক চোৰাংচোৱা কামত নিয়োগ কৰিছিল। সঠিককৈ নেজানো। শীতকালৰ এদিন ঢল পুৱাতে তেওঁক বিচনাৰ পৰা গাত ৰাতি পিন্ধা কাপোৰেৰে 'ড্ৰাম টাৱাৰ' লৈ খোজ কঢ়াই নিয়া হ'ল। তাতে দেৱালৰ গাত পিঠিকৈ থিয় কৰাই চকুত একো নবন্ধাকৈ তেওঁক গুলীয়াই মাৰিলে।"

কোনো কথা সুধিবৰ মোৰ ইচ্ছা নাছিল। তথাপি মই সুধিবলৈ বাধ্য হলো :

"বাবা, আপুনি কেনেকৈ জানিলে ?"

"এজনী বুঢ়ী তিৰোতা তেওঁৰ পৰিচাৰিকা হিচাপে ৰাখিছিল। সেই বুঢ়ীয়ে মোক বিচাৰি উলিয়ালে। তাই কৈছিল যে তাইৰ মালিকে হেনো মোক লগ ধৰিবলৈ নির্দেশ দিছিল"—তেওঁৰ মাত ক্রমে অস্পষ্ট হৈ আহিছিল।

ক'বলৈ অৱশ্যে বাকীও একো নাছিল। তেওঁৰ সমস্ত দেহ ক্লান্তি আৰু অৱসাদত জর্জৰিত হৈ পৰিছিল। মই তেওঁক হাতত ধৰি তেওঁৰ কোঠালৈ নি বিচনাত শুৱাই থৈ আহিলো।

এটা কথা সুধিবলৈ মোৰ ইচ্ছা হৈছিল। সেইটো হৈছে মাকৰ মৃত্যুৰ এই কাহিনী জেৰল্ডক কোৱা হৈছিল নে নাই। বোধহয় হৈছিল। চীনা সকলে এজনে আনজনক সকলো কথাই কয়। কোনে তাত কথা গোপনে ৰাখিব পাৰে ? বুঢ়ীয়ে নক'লেও এনেকি বাবাই নক'লেও আন কোনোবাই নিশ্চয় ক'ব। জেৰল্ডে জানে।

মই নোসোধা প্রশ্নটিৰ উত্তৰ যোৱাকালি এনেয়ে পালো। ডাক পিয়নটোৱে চীনদেশৰ টিকেট থকা আলোচনী এখন মোক দি গ'ল। তিনিটা টিকেট আছিল, এই নতুন কমিউনিষ্ট টিকেট মই আগেয়ে দেখা নাছিলো। প্রতিটোতে এজন যুৱকৰ মুখ ; এজন সৈনিকৰ, এজন যন্ত্রচালকৰ আৰু এজন খেতিয়কৰ। খামটোৰ ওপৰত কোনো ঠিকনা নাই, কেৱল লিখা আছে—'পি ও বি নং ৩০৫, পিকিঙ, চীন,'—কিন্তু মই জানো জেৰল্ডে এইখন পঠিয়াইছে। আলোচনীখন খুলিয়েই দেখিলো বিপ্লৱৰ শহীদ এজনালৈ এইখন উছর্গা কৰা হৈছে। ১৯৩০ চনৰ ১৫মে'ৰ দিনাখন এই বিপ্লৱীক নানকিঙত গুলীয়াই হত্যা কৰা হয়। তেওঁৰ নাম আছিল হান আই লান। তেৱেঁই জেৰল্ডৰ মাক! মই ওপৰৰ পিঠিত থকা তেওঁৰ ফটোখন খুব ভালকৈ চাবলৈ লাগি গলো। জেৰল্ডৰ মাক বুলি চিনিবলৈ বেচি কষ্ট কৰিব নেলাগে। মুখৰ আকৃতি একেই।

গতিকে নোসোধাকৈয়ে মোৰ প্রশ্নৰ সমিধান পালো। জেৰল্ডে সকলো কথা জানে। সেই বুঢ়ীজনীয়ে মাকৰ পৰা ল'ৰাটিলৈ নিশ্চয় কিবা লাগতীয়াল বাতৰি আনিছিল। তাত মাকে নিশ্চয় ল'ৰাক জনাইছিল তেওঁৰ মৃত্যু হ'ল আৰু তাৰ কাৰণ কি।

জেৰল্ডে খুব ভালকৈ জানিছিল আৰু ভালকৈ মনতো ৰাখিছিল। কাৰণ তেৱেঁই আমাৰ বিয়াৰ তাৰিখ ১৫ মে' হব লাগে বুলি জোৰ কৰিছিল। কিন্তু তাৰ কাৰণ মোক কোৱা নাছিল। এতিয়া মই জানিলো। তেওঁ মোলৈ চিঠি লিখিব নোৱাৰে। অথচ তেওঁ মাকৰ ছবি আৰু মাকৰ জীৱন কাহিনী পঠিয়াইছে; অৱশ্যে সেয়া কাৰো মাকৰ বা পৰিবাৰৰ কাহিনী হিচাপে নহয়; এগৰাকী বিপ্লৱী নাৰীৰ কাহিনী হিচাপেহে পঠিয়াইছে। পুত্ৰৰ জন্মৰ পিচতে মাকে বাচি লোৱা পথ তাত ফুটি ওলাইছিল। তাত তেওঁৰ নিজৰ বিষয়ে অকণো উল্লেখ নাছিল। কিন্তু মই জনা উচিত বুলি তেওঁ বিবেচনা কৰে; অকল জানিবলৈকে নহয় উপলব্ধি কৰিবলৈ। উহ্ মোৰ প্ৰিয়তম, মই চেষ্টা কৰিম, নিশ্চয় কৰিম।

অকলে বাস কৰাটো সহজ কাম নহয়। বিশেষকৈ স্বামী নোহোৱা স্ত্ৰীৰ বাবে আৰু টান। মই নিজকে অলপ নিষ্ঠুৰ প্ৰকৃতিৰ হোৱা যেন পালো; আগৰ কোমলতা যেন কমি আহিছে। মৰম ভালপোৱা আদিৰ কথা পাহৰি মই যেন ক্ষয়ৰোগীৰ নিচিনা দিন গণিব লাগিছো। স্বামী হেৰুওৱা তিৰোতাবোৰে কিদৰে দিন কটায় জানিবলৈ মোৰ বৰ ইচ্ছা হৈছে। অৱশ্যে মই সেইটো কোৱা উচিত হোৱা নাই। মই নিয়মীয়াকৈ বাইবেল পঢ়া নাছিলো। কিন্তু আধ্যাত্মিক আহাৰ বিচাৰি মোৰ মন এতিয়া ভোকাতুৰ। আজি কোনো তিথি বা পৰ্ব নহয়, বা 'ইষ্টাৰ'ৰ এটি চেঁচা ৰাতিপুৱাও নহয়, আজি গ্ৰীষ্মকালৰ জুনৰ আগপৰেকৰ এটা দিন, এই সময়ত চাৰিওফালে নতুন জীৱনৰ নতুন উৎসাহ-উদ্দীপনাৰ সুৰ বাজি উঠিছে, ফুলনিখন ৰমকজমক হৈ উঠিছে, শেহতীয়া আপেল গছবোৰ কলিৰে উপচি পৰিছে, ঘাঁহনিবোৰ সেউজীয়া হৈ উঠিছে আৰু মোৰ শৰীৰত তেজবোৰ অতি বেগে চলাচল কৰিছে প্ৰবলবেগে, মোৰ আত্মাই সাহায্য বিচাৰি চিঞৰি ফুৰিছে। মই তেতিয়া চামৰাৰে বন্ধোৱা 'নিউ টেষ্টামেণ্ট'খন হাতত তুলি লৈছো। পুথিখন দেউতাৰ পৰা পোৱা। পুথিখনৰ আৰম্ভণিত উল্লেখ কৰিছে "সেইজনা মৃত নহয়, জীৱিত।" মোৰ বাবে ই অসহনীয়। পুথিখন জপাই থৈ মই কামলৈ ওলাই গ'লো।

উহ্: খেতিডৰা দেখি মনটো ভাল লাগিল, কঠিন শ্ৰমৰ ফল। মই ভৰালটোৰ ওচৰলৈ গ'লো। তাত দেখিলো যে মোৰ মৰমৰ গাইজনীৰ এটা শকত-আৱত পোৱালি জগিছে। মাক আৰু পোৱালিটো ভালেই আছে। মাকজনীয়ে মোলৈ

চাই আছে। অইন দিনৰ দৰে মোক দেখি আজি তাই উঠা নাই, তাইৰ কৃতকাৰ্য্যতাৰে সেই দোষৰ ক্ষমা বিচাৰিছে যেন লাগিল। পোৱালিটোৰ গাটো চেলেকি তাই চিকুণকৈ ৰাখিছে। মই লৰালৰিকৈ দানাৰ চৰিয়াটো তাইৰ কাষলৈ আগবঢ়াই দিলো। ম্যাটে জানে এই সময়ত সিহঁতক কি খুৱাব লাগে। গাইজনীয়ে লাহে লাহে খালে, যেন ভোকত নহয় মোৰ প্ৰতি অনুগ্ৰহ দেখুৱাবলৈহে।

তাৰ পৰা গুচি আহিলো। মনত বৰ ফূৰ্ত্তি লাগিল। তাৰ কাৰণ অকল এটি হৃষ্ট-পুষ্ট পোৱালি পোৱা বাবেই নহয়, আন এটি আনন্দৰ বাবে। জীৱনৰ অবিৰাম গতিৰ এটি নমুনা দেখা পালো। মোৰ হৃদয়ৰ প্ৰয়োজনৰ কথা ভাবিবৰ সময় নাই। মই ফুলনিখনত সোমালো। লহপহকৈ বাঢ়ি অহা বনবোৰ উভালিবলৈ আৰম্ভ কৰিলো, যদিও এই কামটো মই আচলতে বেয়া পাইছিলো। বনবোৰ বাঢ়ি আহিছে, জীৱনৰ অবিৰাম গতিৰ ইও এটা চানেকি। গোৰে দিনটো খুব কাম কৰিলো। কেৱল দুপৰীয়া বাবা আৰু মোৰ আহাৰৰ বাবে অলপ জিৰণি লৈছিলো। ম্যাটে এনেকুৱা দিনত চোতালতে খাই ভাল পায়। বেণীৰ স্কুলীয়া জীৱনৰ এইটো শেষ বছৰ। দুপৰীয়া সি ঘৰলৈ নাহে। অহা শৰতকালতে সি কলেজলৈ যাবগৈ। তাৰ পিচত কি হয়গৈ মই নেজানো। মোৰ অকলশৰীয়া জীৱনটোৰ কথা মনত পৰিলে ভয় লাগে। সেইবুলি বেণীৰ ওপৰতে নিৰ্ভৰ কৰি মই চলিব নোৱাৰিম। বাবা আৰু মই, দুটি প্ৰাচীন জীৱন ইয়াতে একেলগে বাস কৰিম।

কিন্তু মইতো বুঢ়া হোৱা নাই। আজি নিশা যেতিয়া ডাঙৰ হৈ অহা জোনটো মুকলি আকাশখনত দেখা পালো, মই শুবলৈ যাব নোৱাৰিলো। বেণী আজি গধূলি ক'ৰবালৈ ওলাই গৈছে। মোৰ অনুমান সি কোনোবা ছোৱালীৰ প্ৰেমত পৰিছে। তাৰ আটাইতকৈ ভাল ডাঠ নীলা ৰঙৰ চুটযোৰ সি পিন্ধিছে, লগত পিন্ধিছে এটি বগা কামিজ আৰু তাৰ ওপৰেৰে ডাঠ ৰঙা-নীলা ৰঙৰ টাইডাল জিলিকি পৰিছে। দেওবৰীয়া জোতাযোৰ সি পুনৰ ৰঙ্ দি লৈছে। সেই ছোৱালীজনী কোন মই অৱশ্যে নাজানো। মই বাট চাব লাগিব।

বাবা সোনকালে শুবলৈ গ'ল। চাৰে আঠ বজাত তেওঁ বিচনালৈ যাবলৈ পালে ভাল পায়। কিন্তু দীঘল ৰাতিটো তেতিয়া আৰম্ভ হৈছেহে মাথোন। মই আৰামী চকী এখন চোতাললৈ উলিয়াই আনিলো আৰু জোনটো দেখা পোৱা ঠাইত চকীখন পাতি দীঘল দি বহি পৰিলো। জুনৰ মাহ পৰিছে যদিও বাহিৰৰ বতাহখিনি চেঁচা চেঁচা লাগে। মই বগা চাদৰ এখনেৰে গাটো

চাকি ললো আৰু মনটোক প্ৰিয়তমৰ চিন্তা কৰিবলৈ সম্পূৰ্ণ স্বাধীনতা দিলো। মই প্ৰেমৰ মৃত্যু হ'বলৈ নিদিম—অন্ততঃ তেওঁ জীয়াই থকা কালছোৱাত। গতিকে সপোন দেখি, কল্পনা কৰি মই শান্তি পাওঁ। প্ৰিয়তমৰ মৃত্যুৰ পিচত তেওঁৰ বিষয়ে কল্পনা কৰিব নেলাগে। কিন্তু মই প্ৰকৃত বিধবা নহওঁ। মোৰ প্ৰিয়তম জীৱিত আছে।

সেয়ে মোৰ মন দেশ, সাগৰ অতিক্ৰম কৰি তেওঁৰ নগৰখন পালেগৈ। প্ৰেতাত্মাৰ দৰে মই তাৰ ৰাজআলিয়েদি গৈ তেওঁৰ পদূলি মুখেৰে সোমাই গ'লো। আমাৰ বিচ্ছেদৰ এই কালছোৱাত এইদৰে কিমান বাৰ অহা-যোৱা কৰিছো তাৰ হিচাপ নাই। আমাৰ এৰাএৰি হবৰ আচলতে পাঁচ বছৰহে হ'ল। আমাৰ এই বিচ্ছেদৰ কাল যে স্থায়ী হব তাৰ কি মানে আছে? যি কোনো মুহূৰ্ত্ততে তেওঁ মোৰ ইয়ালৈ অহাটো সিদ্ধান্ত কৰিব পাৰে। যদি আহে মই কোনো প্ৰশ্ন নুসুধিম। তেওঁ কিয় আহিল বা কেনেকৈ আহিল মই নুসুধিম। মই কেৱল দুহাত মেলি তেওঁক সম্ভাষণ জনাম। যদি দুয়ো এইদৰে বুঢ়া কাললৈকে বাস কৰো তথাপি মোৰ অন্তৰত গুমৰি থকা এই প্ৰশ্নটো মই সুধিব নোৱাৰিম। তেওঁ উভটি আহিলে সেয়েই মোৰ বাবে যথেষ্ট হব।

গ্ৰীষ্মকালৰ এনে এটি জোনালী নিশাত পিকিঙত থাকোঁতে আমি পূৱপিনৰ চোতালখনত বহিছিলো। আমাৰ ঘৰটোত এসময়ত মাঞ্চু ৰজাৰ ভায়েক আছিল। তদুপৰি যি সকল লোক তাৰ পিচত ইয়াত আছিল তেওঁলোকে বৰ ধুনীয়াকৈ ঘৰটো সজাই ৰাখিছিল। চোতাল কেবাখনো আছিল আৰু দুখন চোতালৰ মাজত একোখন ঘূৰণীয়া গেট। আমাৰ শোৱা কোঠাটো পূৱ পিনৰ চোতালৰ ওচৰত। মাজৰ বেৰখনৰ গাতে লগাকৈ প্ৰকাণ্ড চীনা খাটখন। প্ৰথমতে কইনা হিচাপে মই যেতিয়া সেই ঘৰটোত সোমাওঁ মই সেই খাটখন দেখি আপত্তি কৰিছিলো। বৰ টান—শোওঁতে কষ্ট পাইছিলো। আঠুৱাখন হলে বৰ ধুনীয়া আছিল। মোৰ কথাত জেৰক্ষ্ণে হাঁহিছিল আৰু কৈছিল যে মই হেনো চীনা জীৱনৰ সৌন্দৰ্য্যখিনিহে বিচাৰিছিলো, কঠিনতাখিনি নহয়। মই উত্তৰত কৈছিলো যে কাঠৰ টান বিচনাত শোৱাতকৈ কোমল তুলী এখন যেতিয়া আমি লব পাৰো তাত শুলে জানো পাপ হব? 'পাপ নহয় কিন্তু ঠিক থাপ নেখাব'—তেওঁ কৈছিল। তেওঁৰ মতে আমি হয় ইফালে নহয় সিফালে যাব লাগিব। এইটো মানি কোনখন দেশত বাস কৰিম সেই বিষয়ে স্পষ্ট হব লাগে।

লবলৈ মই সন্মত হোৱা নাছিলো। দুয়োখন দেশৰে যিটো উৎকৃষ্ট সেইটো

গ্ৰহণ কৰাত কি বেয়া হব পাৰে মই বুজি দৰ্শাইছিলো। সেইদেখি তেওঁ যেতিয়া কলেজৰ মাল-বস্তু কিনিবলৈ টিংয়নষ্টনলৈ গৈছিল তেওঁ এখন আমেৰিকান স্প্ৰিঙৰ তুলী লৈ আহিল। তথাপি এই লৈয়ে আমাৰ ভিতৰত এটা জিদ্ হৈছিলগৈ। এই তুলীৰ আৰামটোৰ কথা তেওঁক স্বীকাৰ কৰিবলৈ মই জোৰ কৰাৰ ভাও জুৰিছিলো। তেওঁ চীনৰ পুৰণি টান বিচনাখনহে শ্ৰেষ্ঠ বুলি তৰ্ক কৰিছিল। তৰ্ক কৰি কৰি দুয়ো খুব হাঁহিছিলো তেতিয়া। আনৰ লগত তেওঁক হহাঁ মই দেখা নাই। তেওঁৰ ছাত্ৰৰ লগতে হওক বা বেণীৰ লগতে হওক বা বাবাৰ লগতে হওক—তেওঁ কেতিয়াও নেহাঁহে। হাঁহিছিল কেবল মোৰ লগত। সেই খিনিতে চীনা বন্ধুসকলৰ সৈতে তেওঁৰ প্ৰভেদ, কাৰণ চীনা লোকসকলে সহজতে হাঁহিব পাৰে। জেৰল্ড কিন্তু গহীন আছিল। এনেকি সময়ত তেওঁ তেনেই মন মাৰি থাকিছিল। তেতিয়া তেওঁ কোনো কথা নেপাতিছিল, মই ক'লেও নেমাতিছিল। কেবল আন্তৰিক মৰম আৰু ভালপোৱা যাচি মাতিলেহে তেওঁ মোৰ কাষলৈ উঠি আহিছিল। আজি নিৰ্জন চোতালত বহি সাগৰ পাৰ হোৱাকৈ মই তেওঁলৈ দুহাত মেলি দিছিলো।

বেণী প্ৰায় দোভাগ নিশা যেতিয়া ঘৰলৈ উভটিল মোক চোতালতে লগ পালে। "তুমি নিশ্চয় মোৰ বাবে বৈ থকা নাই মম ?" সি সুধিলে।

অ' সি হঠাতে আমেৰিকান হবলৈ শিকিছে ? তাৰ দেউতাকে শিকোৱা 'মাদাৰ' মাতটি এতিয়া 'মম' হৈ গ'ল। মই একো নক'লো। যাই মানুহজনে যেতিয়া ইয়াৰ পৰা দূৰৈত বাস কৰে তেওঁৰ ছাটো জীয়াই ৰাখিবৰ চেষ্টা কৰি কি লাভ ?

"এৰা নাই থকা"—মই ক'লো। "মই মাত্ৰ তোমাৰ দেউতাৰাৰ কথাকে ভাবি আছিলো, তেওঁ এতিয়া তাত কি কৰিছে—আজিৰ এনে এটি দিনত। বোধহয় কামতে ব্যস্ত।"

ইমানখিনিয়ে মাথোন ক'লো।

বেণীয়ে একো উত্তৰ নিদিলে। তাৰ সলনি অতি আড়ম্বৰেৰে সি এটি চিগাৰেট জলাই ললে। সি চিগাৰেট হুপিবলৈ ধৰা মই জানো। আৰু মই জানো বুলি সিও জানে। হলেও মোৰ আগত খোৱা তাৰ আজিয়ে প্ৰথম।

"মোকো এটি দিবানে ?" মই ক'লো।

তাক আচৰিত হোৱা দেখি মই আমোদ পালো। চিগাৰেটৰ পেকেটটো

আগবঢ়াই দি সি সুধিলে, "চিগাৰেট খোৱা বুলি মই জনা নাছিলো।" আৰু লগে লগে মোৰ চিগাৰেটটোত অগ্নিসংযোগ কৰি দিলে।

"মই নেখাওঁ"—প্ৰত্যুত্তৰত মই ক'লো। "কিন্তু তোমাক বৰ তৃপ্ত যেন দেখা পালো। তেন্তে মই নেখাম কিয় ?"

সি বিমোৰত পৰিল। চিগাৰেট খোৱাৰ আমেজখিনি তাৰ আৰু নেথাকিল যেন লাগিল। সম্ভৱ ডেকা বয়সত কিছুমান কথা অৱজ্ঞা কৰাটো স্বাভাৱিক। অনুমতি লৈ কাম কৰাটো তেওঁলোকে পছন্দ নকৰে যেন লাগে। যিয়ে হওক, ৰেণীয়ে সোনকালে চিগাৰেটটো পেলাই দিলে। মই হুলে শেষলৈকে হুপিলো।

"একো একো নেলাগে দেখোন"—মই ক'লো। "মই ভাবিছিলো তাত পাবলগীয়া বহুত কিবা আছে।"

"নিশ্বাসত তুমি ভিতৰলৈ নিব লাগিব।"

"সময়ত নিম।"

জোনটো ক্ৰমে মূৰৰ ওপৰলৈ আগবাঢ়ি আহিছিল, তৰাশূন্য শেঁতা আকাশখনত এডোখৰ যেন বগা সোণ। আনখন চকীত ৰেণীয়ে মূৰৰ পিচত দুহাত বান্ধি দীঘল দি বহি পৰিল। সি এটি হুমুনিয়াহ কঢ়া শুনিলো।

"তোমাৰ বিয়াৰ সময়ত বয়স কিমান হৈছিল মম্ ?" এইটো আছিল তাৰ প্ৰশ্ন।

"তেইছ বছৰ। ঠিক তাৰ আগৰ বছৰ মই কলেজৰ পৰা ডিগ্ৰী লৈছিলো।"

"হু, তেনেহলে পলমেই হৈছিল।"

"পলম হোৱা নাই"—মই ক'লো। "তোমাৰ দেউতাৰ লৈতে এবছৰ আগৰে পৰা বিয়া ঠিক হৈ আছিল।"

"আগেয়ে তেন্তে বিয়া নেপাতিলা কিয় ?"

সৰু ল'ৰা এটিৰ আগত কিমানখিনিলৈকে প্ৰকাশ কৰিব পাৰি ? জোনৰ পোহৰত ৰেণীক অৱশ্যে সৰু ল'ৰা যেন লগা নাছিল। সেই বছৰতে সি চাৰে তিনি ইঞ্চি বাঢ়িছে। জেৰল্ডৰ সমানে সি এতিয়া ওখ হৈছে। মুখমণ্ডলৰ হাড়বোৰ লাহে লাহে স্পষ্ট হৈ ওলাইছে আৰু শকত হোৱা যেন লাগিছে। ডাঙৰ হোৱাৰ এইবোৰ যদি বাহিৰৰ লক্ষণেই হয় তেন্তে ভিতৰৰ পৰিবৰ্তনো অৱশ্যম্ভাৱী।

"তোমাৰ দেউতাৰাই সন্দেহ কৰিছিল মই কিজানি চীনদেশ ভাল নেপাওঁৱেই। তাতকৈও ডাঙৰ কথা আছিল তেওঁৰ গাত থকা চীনা তেজখিনি মই ভাল পাওঁ নে নেপাওঁ সেইবিষয়ে তেওঁ নিশ্চিন্ত হব বিচাৰিছিল। সেই বিষয়ে নিশ্চিন্ত

নোহোৱালৈকে তেওঁ মোক বিয়া নকৰাওঁ বুলিছিল। সেয়ে পলম হৈছিল। তেওঁ সহজতে ধৰা দিয়া বিধৰ লোক নাছিল।"

ৰেণীয়ে কথাটো চিন্তা কৰিলে।

"তেওঁৰ গাত চীনা তেজৰ প্ৰভাব কোনখিনিত?" অৱশেষত সি সুধিলে।

"তুমি নেজানা জানো?" আচল উত্তৰটো এৰাবলৈ মই সুধিবলগীয়া হলো। কেনেকৈ উত্তৰ দিম মই ভাবি পোৱা নাছিলো।

"নেজানো। এনেকি তেওঁৰ কথাকে মোৰ পৰিষ্কাৰকৈ মনত নাই।"

"কিয়, ৰেণী! আমি চীন এৰি আহিবৰ সময়ত তুমিতো বাৰ বছৰীয়া ল'ৰা আছিলা।"

"মই জানো মোৰ মনত থকা উচিত আছিল, কিন্তু কিয় নেথাকিল ক'ব নোৱাৰো।"

দেউতাকৰ স্মৃতি সেউজীয়া কৰি ৰাখিবৰ তাৰ আগ্ৰহ নাই—কাৰণ সেইটোৱে। কিন্তু সেইটো তাক কেনেকৈ কওঁ, ক'লে তাক অভিযুক্ত কৰাৰ দৰে হব। মই তাক দোষাৰোপ কৰিব মোখোজো। এই সুযোগতে তাক দেউতাকৰ কথা সোঁৱৰাই দিয়াহে উচিত হব।

"তেওঁৰ চেহেৰাটো তোমাৰ মনত আছে নিশ্চয়!"

"তেওঁক দেখিলেই চীনা লোক যেন লাগে,"—সি অনিচ্ছাসত্ত্বেও ক'লে।

"তেন্তে তোমাৰ মনত আছে"—মই ক'লো। "চীনা মানুহৰ লগত নেথাকিলে তেওঁৰ চীনাখিনি ভালকৈ চকুত পৰে। বাকী সময়ত তেওঁক কিন্তু আমেৰিকান যেনেই লাগে।"

"ইযাত থকা হলে তেওঁক সাইলাথ চীনা যেন লাগিলহেঁতেন।"

"তাতে কি হ'ল? চীনাসকল দেখিবলৈ বেচ ধুনীয়া, বিশেষকৈ তোমাৰ ককাদেউতাইঁত থকা উত্তৰফালৰ চীনাসকল, তোমাৰ আইতাৰ ককায়েক হান্-য়ু-ৰেণক তোমাৰ মনত আছেনে?"

"নাই।"

সম্ভৱ মিছা কোৱা নাই। হান্-য়ু-ৰেণক আমি দুনাই দেখা নেপালো। তেওঁ জাপানীৰ লৈতে সহযোগ কৰিছিল আৰু পিকিঙ ফিৰাই পোৱাৰ পিচত তেওঁ অদৃশ্য হৈ পৰিল। ৰেণীয়ে ইমানখিনিলৈকে জানে।

"মোৰ বিশ্বাস তুমি তেওঁক বিশ্বাসঘাতক বুলি গণ্য নকৰিবা"—মই ক'লো। "মই ভালকৈ জানো তেওঁ যিটো উৎকৃষ্ট পথ সেইটোহে বাচি লৈছিল। তেখেত

নোহোৱা হলে পিকিঙ হয়তো ধ্বংস হ'লহেঁতেন। শত্রুপক্ষ যেতিয়া পদুলিমুখত উপস্থিত তেতিয়া বহুত দেশপ্রেমিক লোকে স্বদেশৰ মূল্যবান সম্পদবোৰ ৰক্ষা কৰিবলৈ বশ্যতা স্বীকাৰ কৰে। এনেকুৱা দেশপ্ৰেমিকসকলৰ দ্বাৰা চীন বহুবাৰ ধ্বংসৰ মুখৰ পৰা ৰক্ষা পৰিছে। মঙ্গোলীয় আৰু মাঞ্চুৰীয়সকলৰ কথা ভাবাচোন। হান্-য়ু-ৰেণৰ দৰে লোকেই সিহঁতৰ ওচৰত সেও মানিছিল। দলত বিজেতাসকল আহিল আৰু গ'ল, কিন্তু চীন আগৰ নিচিনাই থাকিল। মনত ৰাখিবা পিকিঙ নগৰ ধ্বংস হবলৈ দিব নোৱাৰি।"

ৰেণীয়ে একো নেমাতিলে। সি নীৰৱে শুনি গৈছিল ডেকা ছাত্ৰ এজনৰ দৰে। অৱশ্যে সিহঁতে কিমানখিনি বুজিছে তাক লগে লগে ক'ব নোৱাৰি; সিহঁতৰ পিচৰ জীৱনত ইয়াৰ প্ৰতিক্ৰিয়া কেনে ধৰণৰ হৈছে তালৈ চাইহে সিহঁতৰ জ্ঞানৰ পৰীক্ষা কৰিব পাৰি। মই তাৰ আইতাক, জেৰল্ডৰ মাকৰ কথা ভাবিছিলো। তাৰ আগত উলিয়াম নে কি? ওঁহো, এতিয়াই নহয়। অৱশ্যে মই তেওঁৰ ফ'টো আৰু স্মৃতিগ্ৰন্থ হিচাপে আলোচনীখন ৰাখি থম। সময় হলে তাক দেখুৱাম।

"আমাৰ দেউতাৰ মনটো আচলতে কেনেকুৱা—চীনা নে মাৰ্কিন?" জোনটোলৈ চাই থাকি ৰেণীয়ে সুধিলে।

মই যিখিনি পাৰো পৰম আন্তৰিকতাৰে ক'লো, "মোৰ বাবে এইটো বৰ কঠিন প্ৰশ্ন। মই নিজকো সুধিছো সেই প্ৰশ্ন। মই ভাবো তেওঁ যেতিয়া চীনা হব খোজে তেতিয়া প্ৰকৃত চীনা হয়। অইন সময়ত তেওঁ আকৌ সঁচা আমেৰিকান হৈ পৰে।"

"যেনে?"

ৰেণীৰ মনটো বৈজ্ঞানিকৰ নিচিনা—সকলো বিষয়তে সি পৰিষ্কাৰ হব খোজে। জেৰল্ড আৰু মই যেতিয়া পুৰুষ আৰু নাৰী হিচাপে থাকো, সেই সময়ৰ কথা তাক কেনেকৈ কওঁ? কাৰণ আমি দুয়ো যেতিয়া অকলে স্বামী-স্ত্ৰী হিচাপে আছিলো জেৰল্ডক তেতিয়া আমেৰিকান ৰূপত দেখিছিলো। সেইটোৱে নিশ্চয় তেওঁৰ আচল ৰূপ। কোনো ধৰণৰ অস্বাভাৱিকতা সেই সময়ত তেওঁৰ ব্যৱহাৰত প্ৰকাশ নেপায়।

"পৰিয়ালবৰ্গৰ ক্ষেত্ৰত তেওঁ হাড়ে-হিমজুৱে চীনা"—মই ক'লো। "এজন চীনা পিতৃৰ দৰে তেওঁ অতি ভদ্ৰ আৰু মৰমেৰে ব্যৱহাৰ কৰিছিল। তুমি যে অকল তেওঁৰে ল'ৰা নহয়, তোমাৰ পূৰ্ব্বপুৰুষসকলৰ নাতি-পৰিনাতি তাকো তুমি মনত

ৰথাটো তেওঁ বিচাৰিছিল। সেই উপৰি পুৰুষসকলৰ তেজ তোমাৰ গাতো আছে, নাই জানো ?"

"আছে—"অনিচ্ছাসত্ত্বেও বেণীয়ে ক'লে। অলপ পিছতে আকৌ যোগ দিলে, "কিন্তু মোৰ আন আন উপৰি পুৰুষো আছে : তুমি আৰু তোমাৰ পিনৰ পৰা। মই কিজানি তেওঁলোকৰ নিচিনাই ?"

"তুমি হয়তো ঠিকেই কৈছা।"

এই আলোচনাৰ প্ৰকৃত তাৎপৰ্য্য বুজিবলৈ যে সি টান পাইছিল মই জানিছিলো। হলেও ডেকাসকলৰ ভবিষ্যতলৈ অপেক্ষা কৰাৰ বাহিৰে আৰু কি উপায় আছে ? সি এনেতে পুনৰ আৰম্ভ কৰিলে,

"মম্, মোৰ গাত চীনা তেজ থকা বাবে ছোৱালীয়ে মোক ভাল নেপাব বুলি ভাৱা নেকি ?"

"কোন ছোৱালীয়ে—আমেৰিকান ?"

"নিশ্চয়।"

কি আচৰিত। 'নিশ্চয়' বুলি সি ক'ব পৰা হ'ল।

"কেতিয়াও নেভাবোঁ",—মই ক'লো। কিন্তু চীনা ছোৱালী এজনীয়ে তোমাক মাৰ্কিন তেজখিনিৰ বাবে বেচি ভাল পাব।"

"চীনা ছোৱালীক মই ভাল পাব নোৱাৰিম।"

"তুমি পাৰিবা। সিহঁতৰ সৰহ ভাগেই বৰ ধুনীয়া।"

"মই আৰু চীনলৈ উভটি নেযাওঁ,"—সি মোক ক'লে।

"যদি তেওঁ ইয়ালৈ নাহে তেন্তে তুমি কেতিয়াবা দেউতাৰাক চাবলৈ যাব পাৰা।"

"তেওঁ ইয়ালৈ আহিব ? তুমি ইযাকো বিশ্বাস কৰা ?"

ঠিক এইটোৱে আছিল উপযুক্ত সময়, বাকচত তলা মাৰি থোৱা দেউতাকৰ সেই চিঠিখনৰ কথা উলিয়াবৰ এয়ে আছিল সোণালী সুযোগ। এদিন তাক ক'বই লাগিব। ক'বলৈ মোৰ ভয় লাগে। বুজিবলৈ সি তেনেই সৰু ল'ৰাটি হৈ আছে। ক্ষমা কাক বোলে এতিয়াও সি শিকা নাই।

"মোৰ বিশ্বাস তেওঁ আহিব। তুমিও সেইদৰে ভাবাচোন। বাৰু বেণী, কোন সেই ছোৱালীজনী ?"

কিয়নো ছোৱালী এজনী নিশ্চয় আছে। গোটেই আলোচনাটো শেষত এইখিনি পালেহি। মই ভাগৰি পৰিছিলো।

সি আচৰিত হৈ থিয় দিলে, "মম্, তুমি কেনেকৈ জানিলা ?"

"ওহ্ মই জানো"—হাঁহিবৰ চেষ্টা কৰি মই ক'লো। "আচলতে মই যিখিনি জানো বুলি ভাবা তাতকৈ বেচি জানো।"

সি বহিল, দৃষ্টি তাৰ সুদূৰৰ জোনটিত।

"ক'বলৈ একো হোৱা নাই, অন্ততঃ এতিয়ালৈকে। তেওঁ নামনিৰ আলিৰ বগা আৰু সেউজীয়া ঘৰটিত থকা পৰিয়ালটোৰ ছোৱালী এজনী। গ্ৰীষ্মকালৰ ভ্ৰমণকাৰী পৰিয়াল এটা।"

নতুন মানুহ ঘৰটোলৈ অহা বুলি শুনিছিলো। কিন্তু মই ঘৰতে নানা কামত ব্যস্ত আছিলো অতদিনে। কেতিয়াবা কেতিয়াবা মই ওচৰ চুবুৰীয়া সকলৰ তালৈ মাত লগাবলৈ যাওঁ। কেতিয়াবা যোৱা নহয়গৈ। এতিয়া মই নিশ্চয় যাব লাগিব।

"কি নাম তেওঁৰ?"

"এলেগ্ৰা।"

"অদ্ভুত নাম!"

"হলেও ধুনীয়া নাম, নহয় জানো?"

"হব পাৰে।"

"শেষৰ নামটো 'উডচ' "—সি ক'লে।

"দেউতাকে কি কাম কৰে?"

"নিউইয়ৰ্কত কিবা এটি ব্যৱসায় আছে। তেখেত ইয়াত প্ৰায়েই নেথাকে। এলেগ্ৰা মাকৰ লগতে থাকে।"

"তুমি কেনেকৈ চিনাকি হ'লা?"

"এদিনাখন তেওঁ মূৰ-জলপ্ৰপাতলৈ যোৱা আলিয়েদি গৈ থাকোতে মই লগ পালো। মোক লগ পাই ঠাইখনৰ নাম সুধিলে।"

"তুমি যদি সঁচাই ভাল পাইছা তেন্তে ছোৱালীজনীক মোৰ ওচৰলৈ লৈ আহিবা," মই কোনোমতে ক'লো। ভিতৰত নানা ধৰণৰ ধমকি, সাৱধান বাণী আদি গুজৰি-গুমৰি থাকিল। মোৰ ল'ৰা বিপদত পৰিছে। এনে এটা দিনলৈ মই কিমান আশাৰে বাট চাই আছিলো। সি ওপজা দিনৰ পৰাই তাক কোলাত লৈ ডাঙৰ-দীঘল কৰা দিনৰে পৰা এই দিনটোলৈ কিমান কল্পনা কৰিছিলো। এজনী ছোৱালী তাৰ প্ৰতি আকৃষ্ট হৈছে। সিও ছোৱালীজনীৰ প্ৰতি মুগ্ধ হৈছে। কোন ছোৱালী এইজনী?

"জাৰ বাঢ়কৈয়ে লাগিছে", মই ক'লো। "আমি ভিতৰলৈ যাওঁ ব'লা. দুৱাৰ বন্ধ কৰিব লাগিব।"

এই বন্ধুত্ব বৰ বেগাই আগবাঢ়ি গৈ কিবা এটি ঘটাব বুলি নোভাবোঁ। ৰেণীয়ে এলেগ্ৰাক আজি আমাৰ ঘৰলৈ লৈ আহিছিল। সিহঁতে নিতৌ লগ হয় বুলি মোৰ ধাৰণা। আৰু সেইটো এই ঠাইত অতি সহজ। জহকালিৰ দীঘলীয়া দিনবোৰ তাতে নেযায় সুপুৰায়। দিনটো আৰম্ভ হয় তেনেই সোনকালে আৰু শেষ হয় অতি পলমকৈ। দিনটো ম্যাটৰ সৈতে সি বাগানখনত বেচ পৰিশ্ৰম কৰে। হলেও সূৰ্য্যাস্তৰ পিচত আৰু শুবলৈ যোৱাৰ আগেয়ে সি বহুত সময় পায়। মই সদায় তাক কলৈ যায়, কেতিয়া উভটি আহিব, সুধিব নোৱাৰো। সিও এতিয়া স্বাধীনতা বিচাৰে।

আজি গধূলি আমাৰ খোৱা-লোৱাৰ শেষত ৰেণীয়ে কিবা এটি উদ্দেশ্যে ওলাই গৈছিল। এঘণ্টাৰ ভিতৰতে ছোৱালীজনী লগত লৈ সি উভটি আহিল।

"মাদাৰ", সি নম্ৰ হৈ ক'লে, "এয়া এলেগ্ৰা উড্‌চ।"

মই ঘাই কোঠাটোত বহি কিবা কৰি আছিলো। লেম্পটো জ্বলি আছিল। বাবাই শান্তিপুৰ্ণ নীৰৱতাৰ মাজত চামৰাৰ আৰামী চকীখনত দীঘল দি আছিল। তেওঁৰ ভৰিত চীনা জোতা এযোৰ আৰু গাত ৰঙা পাটৰ এটি চীনা পোছাক। মই আজি তেওঁক দাঢ়ি আৰু চুলি ধোৱাত সহায় কৰি দিছো, সেয়ে দাঢ়ি চুলি বৰফ যেন বগা হৈ জিলিকি উঠিছে।

"তোমাৰ ভাল নে এলেগ্ৰা", মই বহাৰ পৰাই সুধিলো। কিন্তু অভ্যাসমতে চশমাযোৰ খুলি ললো। চশমা পিন্ধি কোনো লোককে সম্ভাষণ জনোৱাটো চীনত নীতি বিৰুদ্ধ প্ৰথা।

ছোৱালীজনীয়ে এটি ধুনীয়া ভঙ্গীত মোৰ পিনে এখোজ আগবাঢ়ি আহিল আৰু বিশেষ সৌজন্য নেদেখুৱাই সৰু হাতখন আগবঢ়াই দিলে—

"আপোনাৰ ভালনে মিচেচ্ মেকলিয়ড্ ?"

"এয়া ৰেণীৰ ককাদেউতাক", বাবালৈ দেখুৱাই মই ক'লো।

কি কাৰণত নাজানো—বাবাই সহজ হবলৈ সুখুজিলে। এলেগ্ৰাক সম্ভাষণ জনোৱাৰ পৰিৱৰ্তে তেওঁ চীনাভাষাত সুধিলে, "কোন এই তিৰোতাজনী ?" ৰেণী ৰঙা পৰি গ'ল। সি তাৰ চীনা অভ্যাসবোৰ পাহৰি যোৱা বুলি ভাও জুৰে, কিন্তু ইচ্ছা কৰিলে সি নিৰ্ভুল হিচাপে মনত পেলাব পাৰে। লৰালৰিকৈ সি ইংৰাজীতে আৰম্ভ কৰিলে :

"ককাদেউতা, এয়া মোৰ বন্ধু এলেগ্ৰা উড্‌চ। মায়ে এওঁক লগ পাবলৈ বিচাৰিছিল।"

"বাবাই বেণীলৈ চাই, গহীনভাৱে তুই এবাৰ মাত্ৰ মূৰ দুপিয়ালে। কিন্তু ছোৱালীজনীক একো নক'লে বা সেইপিনে দৃষ্টিও নিদিলে।

"তেওঁ মাক-দেউতাকৰ লৈতে ঘৰতথকাই ভাল"—বাবাই চীনাভাষাত ক'লে।

মই হাঁহি দিলো। "এলেগ্ৰা, তুমি তেওঁৰ কথাত বেয়া নেপাবা। তেওঁ চীনত ইমানদিন আছিল—তেওঁ যে আমেৰিকান সেইটো পাহৰিয়ে গৈছে।"

তাইৰ নীলা চকুযুৰি ডাঙৰ হ'ল: "চীনত! বেণীয়েতো মোক কোৱা নাছিল।"

বেণীয়ে তেন্তে তাইক সকলোখিনি কোৱা নাই। ময়ো তেনেহলে ভাবি-চিন্তি কোৱা উচিত হব।

"এৰা",—মই হাঁহিমুখে ক'লো। "আমি আটায়ে তাত আছিলো। বেণীৰ দেউতাক এতিয়াও তাতে আছে। সৰাচলতে বেণীৰ জন্ম পিকিঙতে হৈছিল।"

"সঁচানে?

"খুব সঁচা।"

"কিন্তু মই ভাবিছিলো চীনখন কমিউনিষ্ট ৰাজ্য।"

"এতিয়া হৈছে, সঁচা।"

"তেনেহলে কেনেকৈ তেওঁৰ দেউতাক—"

"তেওঁ এখন ডাঙৰ কলেজৰ সভাপতি। ছাত্ৰসকলৰ লৈতে থকাটো তেওঁৰ কৰ্ত্তব্য বুলি তেওঁ বিবেচনা কৰিছে।"

"অ' বুজিলো।"

কিন্তু তাই যে বুজা নাছিল তাত মোৰ সন্দেহ নাই।

তাই অতি চিন্তান্বিত দৃষ্টিৰে বেণীলৈ চালে।

"অলপ আইচ্‌ক্ৰীম আনা বেণী," মই ক'লো।

"ফ্ৰিজত বহুতো আছে।"

"আহা এলেগ্ৰা"—সি তাইক হাতত ধৰি লৈ গ'ল।

এয়া আৰম্ভণী, শেষত কি আছে ক'ব নোৱাৰো। আমি থকা ঠাইখিনি তেনেই সৰু, সমাজখনো সৰু। এটা সাধাৰণ কথাই, যেনে 'কমিউনিষ্ট', 'চীন' আদি শব্দই গোটেই অঞ্চলতে তোলপাৰ লগাবলৈ সৰহপৰ নেলাগে।

"একেবাৰতে সকলোখিনি কথা জাহিৰ কৰিবলৈ তোমাক কিহে পাইছিল?" ঘৰলৈ উভটি আহি নিশাই সি মোৰ ওপৰত অভিযোগ আনিলে।

"মই সকলোবোৰ কথা কোৱা নাছিলো," মই উত্তৰ দিলো।

বাবা তবলৈ গৈছে, মই যোৱা নাছিলো। কাৰণ মই জানিছিলো সি মোক দোবাৰোপ কৰিবহি।

"মোক কিয় আচৰিত যেন লাগে তেওঁ হেনো এতিয়াহে বুজি পাইছে", বেগীয়ে একে উশাহতে কৈ পেলালে। কথাত তাৰ অস্থিৰতা বাৰুকৈ ফুটি ওলাইছিল।

দুহাত মেলি তাক আকোৱালি লবৰ ইচ্ছা হৈছিল, কিন্তু সি পছন্দ নকৰিব— মই জানিছিলো। গতিকে সঁচা কথাটো কৈ দিয়াই উচিত বুলি ভাবিলো।

"তুমি বাস্তৱক স্বীকাৰ কৰি লব লাগিব"—মই ক'লো। "আংশিকভাবে হলেও তুমি চীনা, তেজত হয়তো চাৰিভাগৰ এভাগ চীনৰ; কিন্তু তোমাৰ ৰুচি আৰু স্বভাৱৰ পিনৰ পৰা সৰহ অংশই চীনৰ। তাক আমি মানিবই লাগিব। এটা কথাত মই নিশ্চিত। তুমি কি আৰু কোন, তোমাৰ কি আছে, এইবোৰত যদি তুমি গৰ্ব অনুভৱ নকৰা তুমি জীৱনত কেতিয়াও সুখী হব নোৱাৰিবা। তোমাৰ জন্ম এটি গৌৰৱময় বংশত, পৃথিৱীৰ দুটি বিপৰীত দিশৰ সংমিশ্ৰণত এই বংশৰ উদ্ভৱ হৈছে।"

মই তাৰ মুখলৈ চোৱা নাছিলো। তাৰ গালত চুমা খাই মই উঠিলো। এই পৃথিৱীৰ এলেগ্ৰাসকল তাৰ বাবে নহয়, অৱশ্যে তাৰ পাত্ৰী সি নিজে বিচাৰি উলিয়াব লাগিব। সময়ত যেতিয়া এই বিবহৰ কথা সি পাহৰি যাব সি নিজৰ মানুহজনী বিচাৰি পাব। সকলো পিনৰ পৰা তাইক তাৰ আপোন আৰু সেইজনীয়ে সি আপোন হৈ পৰিব। তাই লাগিলে চীনৰ পৰাই আহক বা আমেৰিকাৰ পৰাই আহক। মই মাজে মাজে ভাবি আচৰিত হওঁ—কিয় জেৰল্ডক মই আপোন বুলি ভাবিবলৈ ধৰিলো। এতিয়া মোৰ ধাৰণা হৈছে মই তেনেই সাধাৰণ ছোৱালী আছিলো। শৈশৱকালত একো বিশেষত্বই মোৰ নাছিল, এনে কি মাৰ প্ৰভাৱো সীমাবদ্ধ আছিল, কোনো উচ্চাকাংখা বা উদাৰ মনোভাবৰ চিন তেওঁৰ গাত নাছিল। মুখত সকলোৱে কোৱা আৰু কাৰ্য্যতঃ ব্যৱহাৰ নকৰা আতৃভাৱৰ শিক্ষাও আমি গীৰ্জাত পোৱা নাছিলো। দেউতা অমিশ্ৰ মনৰ মানুহ আছিল, কোনো কথা সহজভাবে তেওঁ মানি নলৈছিল। সেইবুলি তেওঁৰ নিজৰ মত আনৰ আগত প্ৰচাৰ নকৰিছিল।

বেভৱলিফত মোৰ ছাত্ৰীজীৱনৰ শেষৰ বছৰৰ সেই বসন্তকালৰ দিনটো মই পাহৰিব নোৱাৰো। হাতত এজাপ কিতাপ লৈ মই দৰ্শনৰ ক্লাচটোৰ বাবে লৰালৰিকৈ গৈছিলো। কাৰণ মই পঢ়াত প্ৰায় কিতাপৰ পোকৰ নিচিনাই আছিলো আৰু সেই সময়ত তাৰ বাবে মই অলপো লজ্জিত হোৱা নাছিলো। আজিকালি বেণীৰ মুখত মই শুনামতে ল'ৰাবোৰে বেচিকৈ পঢ়া ছোৱালী পছন্দ নকৰে। এনেগ্ৰাকো বাহিৰৰ পৰা বৰ চোকা যেন নেলাগে, অৱশ্যে তাইৰ ভিতৰৰ কথা মই জোৰকৈ ক'ব নোৱাৰো। আমাৰ সময়ত তাওজোৰা কথা আমি নেজানিছিলো। সিদিনা ক্লাচলৈ যাওঁতে মোৰ পলম হৈছিল। কাণ্টৰ 'কেটিগ'ৰিকেল ইম্পাৰেটিভৰ গধুৰ তত্বই তেতিয়া মোৰ মগজুত ক্ৰিয়া কৰি আছিল যদিও বসন্ত কালৰ ৰ'দ আৰু মধুৰ পৰিবেশে সেই মনোযোগত বাবে বাবে বাধাৰ সৃষ্টি কৰিছিল। ঠিক এনে সময়তে নিয়তিৰ ইঙ্গিতমতে জেৰক্ষৰ সৈতে মোৰ সাক্ষাত হ'ল। মই সোমাব ধৰা হলটিৰ পৰা এক ধুনীয়া ভঙ্গিত তেওঁ তললৈ চিৰিয়েদি লৰি আহিছিল। বয়স বেচি হলে এদিন মোৰ দৃষ্টিশক্তি হয়তো লোপ পাব, কিন্তু সেদিনা জেৰক্ষক প্ৰথম দেখা দৃশ্যৰ স্মৃতি মোৰ মানসপটত চিৰদিন অঁকা থাকিব। তেওঁৰ ক'লা চুলিত ৰ'দৰ চিকমিকনি, ক'লা চকুযুৰিৰ উজ্জ্বল চাৱনি আৰু মাখনৰ নিচিনা ছালৰ মসৃণতাখিনি মোৰ অন্ধ চকুতো ফটফটীয়াকৈ জিলিকি থাকিব।

চীনাসকলৰ এই নিমজ ছালৰ আঁৰত কিবা যাদু আছে যেন লাগে। তেজৰ অলপমান সংমিশ্ৰণ হলেও তাৰ প্ৰতিক্ৰিয়া ছালত বাৰুকৈয়ে দেখা যায়। সেই কাৰণেই বেণীৰ ছালখিনিও অতি মিহি। গতিকে এনেগ্ৰাই তাৰ গালত নিজৰ গাল লগাই যোৱা কালি গধূলি আমাৰ বাগিচা ঘৰত নচা দেখি মই আচৰিত হোৱা নাছিলো। মইো সেইদৰে জেৰক্ষৰ গালত গালখন লগাই নাচিবলৈ বৰ ভাল পাইছিলো। সিদিনা চিৰিত জেৰক্ষক সেইদৰে প্ৰথম লগ পাই এজনেও কথা কোৱা নাছিলো। কিন্তু দুয়োৰে চকুৰে ইজনে আনজনক ভালদৰে চাই ললে। লগে লগে মই সিদ্ধান্ত কৰি পেলালো চিৰদিনলৈ। মই তেওঁৰ নাম জানিবলৈ সঙ্কল্প কৰিলো আৰু লগতে তেওঁ যে মোৰেই তাকো ক'বলৈ ঠিক কৰিলো।

সেয়া অৱশ্যে এদিনতে বা এসপ্তাহতে হৈ উঠা নাছিল। কিন্তু এমাহৰ ভিতৰত হ'লগৈ। কাৰণ মই প্ৰায়ে তেওঁলৈ চাইছিলো, কাৰণ তেওঁতকৈ ধুনীয়া চেহেৰাৰ ডেকা এজন তেতিয়ালৈকে মই দেখা নাছিলো। এদিন তেওঁৰে সৈতে ক্লাচ-ৰুমৰ

পৰা একেলগে ওলাই আহোঁতে মই মাতিলো। তেওঁৰ ইমান সংকোচ লাগিছিল যে একো উত্তৰেই তেওঁ দিব পৰা নাছিল। গতিকে উত্তৰৰ আশাত তেওঁৰে সৈতে একেলগে আহি কৰিডৰ পালোগৈ আৰু তাৰ পৰা পদূলিমুখেৰে আহি ৰাজআলিত উঠিলোগৈ। তেওঁ মোৰ সৈতে কৰমৰ্দন কৰিব নোৱাৰিলে। পিচত তেওঁক বিদেশী আৰু বন্ধুহীন বুলি অনুমান কৰি এদিন আমাৰ ঘৰলৈ নিমন্ত্ৰণ কৰিলো। তেওঁ মোৰ অনুৰোধ ৰাখিলে। এইদৰে মই তেওঁৰ প্ৰেমত পৰিলোঁ।

তথাপি যেতিয়া শেষত তেওঁ মোক জানিবলৈ দিছিল, উহ! সেই কথাটো ক'বলৈ তেওঁ ইমান পলম কৰিছিল—দুমাহ, তিনিমাহ, চাৰিমাহ—এনেকি কাহানিও নক'ব বুলিয়ে মোৰ ভয় হৈছিল। যিদিনাখন তেওঁ ক'বলৈ ধৰিলে তেতিয়াও তেওঁৰ মনত কিমান সঙ্কোচ, কিমান লাজ।

কোৱাচোন, কোৱাচোন,"—মই হাঁহি হাঁহি কথাটো উলিয়াবৰ যত্ন কৰি কৈছিলো।

"তুমি মোক বন্ধু বুলি ভাবিব পাৰিবা নে নাই মই ক'ব নোৱাৰো," শুকান ওঁঠযুৰি জীপাল কৰি লৈ তেওঁ কৈছিল।

"মই পাৰিম, মই পাৰিম"—মই উত্তৰ দিছিলো।

সিদিনা তেওঁ কিয় ইমান লাজ কৰিছিল আমাৰ বিয়াৰ পিচত এদিন শোৱনি কোঠাত মই সুধিছিলো। কাৰণ সিদিনাখন আমি দুয়ো নিৰ্জন পৰিবেশত চাৰ্লচ নৈৰ পাৰৰ বেঞ্চ এখনত বহি আছিলো। সময় আছিল ভৰ দুপৰীয়া। আমাৰ বহী কিতাপবোৰ কাষতে মাটিত থৈ আমি কথা পাতিছিলো। সিদিনাও তেওঁ বৈ বৈ উত্তৰ দিছিল, "আচল কথাটো কি জানা; ম—মই ভাবিবই পৰা নাছিলো মাৰ্কিন ছোৱালী এজনীৰ প্ৰেমত পৰিম বুলি।"

"তুমি জনাই নাছিলা?"—তেওঁক বিৰক্ত কৰিবলৈ মই ক'লো।

"মোক বিয়া নকৰাই তুমি কাক বাৰু বিয়া কৰালাহেঁতেন?"

তেওঁ গহীন হৈ উত্তৰ দিছিল,—"মই চীনা ছোৱালী এজনী বিয়া কৰাম বুলি ভাবিছিলো। সেয়া মোৰ মাৰ ইচ্ছা আছিল বুলি মোমাইদেৱে কৈছিল।"

এয়া আছিল তেওঁৰ বহুদিন আগেয়ে কোৱা কথা। তেতিয়া মোৰ মনত তেওঁৰ মাক মৃত তিৰোতা এগৰাকীৰ বাহিৰে আন একো নাছিল। গতিকে তেওঁৰ কথা বা ইচ্ছাৰ প্ৰতিও মই অকণো মূল্য দিব পৰা নাছিলো। আনকি সিদিনাৰ নিশাটোৰ কথাই মই পাহৰি গৈছিলো। আজি এলেগ্ৰাৰ বাবেহে আটাইবোৰ কথা মোৰ মনলৈ আহিল।

৩।১২।৬৫

জেৰল্ডৰ মাকৰ ফটোখনলৈ মই প্ৰায়ে চাওঁ। চাই চাই আকৌ সুমুৱাই থৈ দিওঁ। প্ৰতিবাৰে মোৰ ভাব হয় কেতিয়াবা নিশ্চয় ফটোখন বেণীক দেখুৱাব লাগিব। লগে লগে তেওঁৰ প্ৰতিচ্ছবিটো মোৰ মানসপটত ভাঁহি উঠে; তেতিয়া মোৰ মনটো তেওঁৰ ফটোখন চাবলৈ অধীৰ হৈ পৰে। সেয়ে আজি তলা খুলি ড্ৰয়াৰৰ পৰা তেওঁৰ ফটোখন উলিয়াই লৈছো। মোৰ সন্মুখত এয়া সেই শান্ত অবিচল মুখখনি। দেখাত গহীন হলেও অন্তৰখন নিষ্ঠুৰ নহয়। চীনা নাৰী গৰাকীৰ নীৰৱ চকুহালৰ আঁৰত লুকাই আছে তেওঁৰ হৃদয়ৰ কোমলতা আৰু উদাৰতা। আমাৰ দুয়োৰে মাজত ঘনিষ্ঠতাই স্থাপন হ'লহেঁতেন। তেওঁ মোক পৰ বুলি বিবেচনা নকৰিলে এই ঘনিষ্ঠতা আমাৰ স্থায়ী হ'লহেঁতেন—মোৰ দৃঢ় বিশ্বাস। চীনা তিৰোতাৰ হাতত মই কেতিয়াও প্ৰতাৰিত হোৱা নাছিলো, আনকি স্কুলৰ নিচিনা মৰম লগা ছোৱালীবোৰেও মোক নঠগিছিল। আন দেশৰ নাৰীৰ তুলনাত তেওঁলোক বলী। বাহিৰৰ পৰা অৱশ্যে তেওঁলোকক সিমান বলী যেন নেলাগে। তেওঁলোকৰ সৈতে মিজালে পুৰুষসকলকহে দুৰ্বল যেন লাগে। নাৰীসকলৰ এই শক্তি ক'ৰ পৰা আহিল বাৰু? শতাব্দীৰ পিচত শতাব্দী জুৰি তেওঁলোকে যি অৱহেলিত জীৱন-যাপন কৰি আহিছে তাৰ পৰাই এই শক্তি সঞ্চিত হৈ আহিছে। উপাৰ্জিবৰ সময়ত সদায় ল'ৰা সন্তানকে ভাত আদৰনি জনোৱা হয়। ল'ৰাবিলাকেই তাত সকলো সুযোগ-সুবিধা আৰু মৰম-চেনেহৰ পাত্ৰ। ছোৱালীবোৰে এইটো নিয়তিৰ নীতি বুলি নীৰৱে মানি আহিছে যুগ যুগ ধৰি। কাজেই পোন প্ৰথমতে ছোৱালী এজনীয়ে অকল নিজৰ স্বাৰ্থকে ভাবিবলৈ শিকে যাতে গোপনে আত্মৰক্ষা কৰিব পাৰে; নোপোৱা বস্তু চুৰকৈ পাবলৈ শিকে, মিছা ক'বলৈ শিকে—কাৰণ সত্য উদ্‌ঘাটন হলে তাইৰ অনিষ্ট হোৱাৰ আশঙ্কাই বেছি, আপোন স্বাৰ্থ পূৰণৰ বাবে ফাকি প্ৰৱঞ্চনাৰ আশ্ৰয় লয়। এই স্বাৰ্থ হ'ল তাইৰ জীৱনৰ নিৰাপত্তা আৰু তিৰোতা হিচাপে নিজৰ জীৱনৰ আনন্দ উপভোগ। কিন্তু জেৰল্ডৰ মাকৰ দৰে মহীয়সী নাৰীৰ পক্ষে কিমান ত্যাগৰ জীৱন!

১২।১২।৬৫

ফটোখন পুনৰ ড্ৰয়াৰত সুমুৱাই থৈ তলা মাৰিলো। অৱশ্যে মনত বৰ আঘাত লাগিল। আজি শনিবাৰ, বাবা আৰু মই খোৱা টেবুলত অকলে। কাৰণ বেণী ঘৰত নাই, মাছ মাৰিবলৈ গৈছে, মোক সেইবুলিয়ে সি কৈ গৈছে। গতিকে তেওঁৰ কথা উলিয়াবৰ মন গ'ল।

"বাবা, আমি জেৰল্ডৰ মাকৰ কথা পাতিআছিলো, আপোনাৰমনতআছে নে?"

"সঁচাকৈ নে ?"—খোৱাৰ মাজতে তেওঁ মোক সুধিলে।

"সঁচাকৈয়ে"—মই ক'লো, "তেওঁৰ বিষয়ে কথা পাতিবলৈ মোৰ আকৌ ইচ্ছা হৈছে।"

কাটা চামুচযোৰ থৈ তেওঁ সুধিলে, "তুমি আৰু কি জানিবলৈ বিচাৰিছা ?"

"তেওঁৰ এখন ফটো আছে মোৰ হাতত।"

তেওঁ আচৰিত হ'ল, "তুমি তেওঁৰ ফটো কেনেকৈ পালা ?"

"এখন আলোচনীত আছে।"

সেইখন যে জেবস্তে পঠিয়াইছিল তাক মই ক'ব নোৱাৰিলো।

"চাওঁ আনাচোন ?" তেওঁ আদেশ কৰিলে।

মই মূল্লালৰিকৈ ওপৰলৈ গলো আৰু আলোচনীখন তেওঁৰ আগত দাঙি ধৰিলো। তেওঁ চশমাযোৰ পিন্ধি বেছ সাৱধানেৰে চাব ধৰিলে। "এৰা, এ-ৰা" তেওঁ লাহে লাহে ক'ব ধৰিলে, "এইখনেই তেওঁৰ ছবি—মই চিনি পাইছো। কিন্তু তেওঁৰ আচল ৰূপটো ইয়াত ফুটি উঠা নাই।"

"তেওঁ দেখিবলৈ কেনেকুৱা আছিল বাৰু ?"

তেওঁ অলপপৰ ভাবি ললে, "বিয়াৰ পিচত যেতিয়া মই তেওঁক প্ৰথমে ওৰণি গুচাই চাইছিলো মোৰ মনত ধুনীয়া যেনেই লাগিছিল।"

"সঁচাই বাবা ?" বাবাই ক'বলৈ এৰা বাবে মই মাতিব লগা হ'ল।

"পিচলৈ মোৰ অচিনাকি যেন লগা হ'ল।"

"কিয় বাৰু ?"

"ক'ব নোৱাৰো। ময়ো সেইবাবে তেওঁক একো সোধা নাছিলো। সেইবোৰ কথা পাতিবলৈ আমাৰ সম্বন্ধটো সিমান ঘনিষ্ঠ হৈ থকা নাছিল।"

মই মনটোক দমাই ৰাখিব নোৱাৰিলো, সুধিলো :

"কিন্তু আপোনালোক দুয়োজনে সন্তান এটিৰ জন্ম দিছিল ?"

এটি ক্ষীণ হাঁহিৰ ঢৌ তেওঁৰ দুগালেদি বাগৰি গ'ল, "এৰা, হয়।"

"আপুনি জেবস্তক নিশ্চয় অস্বীকাৰ কৰিব নোৱাৰে ?" ময়ো হাঁহি ক'লো।

"ওহো কেতিয়াও নোৱাৰো। কিন্তু কথা কি জানা ?"

"কওক বাবা।"

"কেচুৱা এটাই মানুহৰ বাবে সকলো নহয়—তুমি জানি থবা। কাজেই এনেকুৱা ঘটনা ঘটে।"

"পুৰুষৰ কাৰণে হব পাৰে, কিন্তু তিৰোতাৰ বাবে নহয়।"

"হয়, মই ভাঠি ক'ব পাৰো।"

বাবাই গলটো পৰিষ্কাৰ কৰি ল'লে, "যিয়েই নহওক, জেৰল্ডৰ জন্মৰ পিছত আমাৰ মাজৰ স্বামী-স্ত্ৰীৰ সম্বন্ধটো এটা পুৰণি সাধুত পৰিণত হৈছিল।"

"আপোনাৰ ইচ্ছাতে জানো?"

"নহয়—তেওঁৰ।"

"ইমান স্পষ্টকৈ আপোনাৰ মনত আছে, বাবা?"

"মই বৰ বেচিকৈ পাহৰো,"—তেওঁ আনমনা হৈ উত্তৰ দিলে।

কাটা-চামুচ তুলি লৈ বাবাই আকৌ খোৱা আৰম্ভ কৰিলে। কথাবোৰ তেওঁৰ মনত আছে, কিন্তু সিবোৰত যেন তেওঁৰ অনুভূতি নাই। মই কেতিয়াবা ভাবো কিজানি কিবা ঘটনাচক্ৰত সেই চীনা তিৰোতাজনীয়ে বহুদিন আগেয়ে বাবাক ভাল পাই পেলাইছিল; পিছত যিহেতু বাবাই তেওঁক ভাল নোপোৱা হ'ল তেওঁ নিজৰ বাট বাচি ললে; অৰ্থাৎ তেওঁৰ সেই সন্তানটো তাকে নিজৰ কৰি ললে। কোনে এতিয়া মোক আচল কথাটো ক'ব? অথচ সেই শিশুটিয়ে জেৰল্ড।

২।১।৫৬

পাহাৰৰ ওপৰেদি পূৰ্ণিমাৰ জোনবাইটো আজি আগবাঢ়ি আহিছে। কৈয়ামত সেই ছাঁ ভাঠ হৈ পৰিছে। আমি থকা ঠাইখিনি বেচ আহল-বহল, সেয়ে জোনৰ পোহৰৰ লৈতে দৃষ্টিশক্তিও বহুদূৰলৈ বিয়পি যায়। বহুদূৰৈত লাহে লাহে খোজ কাঢ়ি ছুটি প্ৰাণী এই পিনলৈ আগবাঢ়ি অহা দেখিছো। সেয়া বেণী আৰু এলেগ্ৰোত বাহিৰে আন কোনো নহয়।

দুৰ্ভাগ্যবশতঃ ইহঁতৰ পৰিচয় ঘটিল বসন্তকালত। জাৰকালি ইমান সহজে ইহঁত প্ৰেমত নপৰিলহেঁতেন। বৈবাহিক জীৱনৰ প্ৰেমৰ বাবেহে শীতকালটি বেচি উপযোগী। বাহিৰত এন্ধাৰ আৰু বৰফৰ ঢাকনি আৰু ভিতৰত জুই শালৰ উম আৰু পোহৰৰ চিকমিকনি। পিকিঙত ডাঠকৈ বৰফ পৰে, ফলত পদূলিমুখৰ গেট-বোৰ তলামৰাৰ দৰে জব্দ হৈ থাকে। চীনাসকলে বৰফৰ সৌন্দৰ্য্য বৰ ভাল পায়, তাৰ চিত্ৰশিল্পীসকলৰ আদৰ্শই হৈছে বৰফৰ নিৰ্মল শুভ্ৰতা, কিন্তু বৰফ পৰা সময়ত সিহঁত বাহিৰলৈ বৰকৈ নোলায়। কাৰণ সিহঁতৰ জোতাবোৰ হয় কাপোৰৰ, নহয় ভেলভেটৰ। গতিকে বৰফগলা নিৰ্দাবোৰত জেৰল্ড আৰু মোৰ কোনো আলহী নাছিল। এনেকি বুঢ়া দাৰোৱানটোও ক'ব নোৱাৰাকৈ তাৰ অকণমান জুপুৰীটোত সোমাই থাকে। গতিকে আমাক আমনি কৰিবলৈ নোথাকে। তেতিয়া সৰহকৈ কয়লা জলাই লৈ আমি মমবাতিবোৰ নুমাই পেলাওঁ। সেয়া আছিল আমাৰ

প্ৰেমৰ সময়, সীমাহীন সুখৰ মুহূৰ্তবোৰ সেই দীঘলীয়া নিশাত ক'ব নোৱাৰাকৈয়ে পাৰ হৈ গৈছিল।

ভাৰমণ্টত থাকিও মই ৰৰকৰ মাজত বন্দিনীৰ নিচিনা অনুভৱ কৰিছো। কিন্তু ই প্ৰেমৰ বাধা নহয়। মই সুহালত অকলে বহি আছো আৰু ৰেণীয়ে তাৰ নিজৰ কোঠাত কিতাপ পঢ়ে। এতিয়া গ্ৰীষ্মকাল পৰিলেও মই অকলশৰীয়া, কিয়নো ৰেণী এলেগ্ৰাৰ লগত আছে। জোনাকৰ মাজেৰে বাটটো শেষ কৰি সিহঁত এতিয়া গছৰ ছাঁত লুকাই পৰিছে। এয়ে সিহঁতৰ প্ৰথম সন্ধিয়া নহয়। কিন্তু এইবাৰ জোনাকত এটি পৰিবৰ্তন লক্ষ্য কৰিছো। মই ৰেণীৰ গাত ইয়াৰ স্পষ্ট চিন দেখা পাইছো। তাৰ চলন-ফুৰণত বিনা-কাৰণত এক চঞ্চলতা, মই ধৰিব পাৰিছো। সি আহে আৰু নীৰবে গুচি যায় আৰু যদি মই তালৈ চাই থকা সি দেখা পায় সি মোৰ চকুত থকা প্ৰশ্নটো বুজি পায়, সেয়া হৈছে—কিয় তাৰ এই পৰিবৰ্তন ? তথাপি সি কোনো উত্তৰ নিদি আনফালে মুখ ঘূৰাই গুচি যায়।

খোৱা মিখা সি যেতিয়া ঘৰলৈ উভটি আহিল মই আৰু সহ্য কৰিব নোৱাৰিলো। কাৰণ মই কাৰ বাবে বৈ আছো—যদি ৰেণীয়ে মোক এৰি যায়? ৰাতি দোভাগ হৈ যোৱাৰ পিচতো মই অকলে তাৰ বাবে বৈ আছিলো। এনেতে ৰেণীক পাহাৰ বগাই অহা মই দেখিলো। ৰাতি তাক এজন ডাঙৰ পুৰুষ মানুহৰ নিচিনাই লাগিছিল, ইমান ওখ আৰু বলবান হৈ উঠিছে সি! কিবা এটা অদৃশ্য শক্তিয়ে ল'ৰাটোক যেন 'মানুহ' কৰি তুলিছে। সি মোৰ ওচৰলৈ আহিছিল, মোক দেখিছিল, কিন্তু হঠাৎ মুখ ঘূৰাই পাৰ্ক-ঘৰলৈ যাব বিচাৰিছিল।

"ৰেণী ?"

মোৰ মাতত সি বৈ গ'ল।

"কোৱা মা ?"

"—এইফালে আহা"

সি আহিল, অনিচ্ছাসত্বেও নহয়, বেচ শান্তভাৱে আহিল।

"বহুত পৰলৈকে বৈ আছা দেখোন ?"—সি ক'লে।

"তোমাৰ বাবেই বৈ আছো।"

তাৰ মাতটো অলপ গহীন হ'ল—"তুমি আৰু মোৰ বাবে বৈ থাকিব নেলাগে।'

"তুমি ক'ত ফুৰা বা ক'ত আছা নজনালৈকে মোৰ টোপনি নাহে—" মই ক'লো।

"টোপনি যাবলৈ তুমি অভ্যাস কৰিব লাগিব।"

সি বেচ শান্তভাবে ক'লে যদিও মোৰ হঠাৎ খং উঠিল। কাৰণ মই জানিছিলো তাৰ কথাই ঠিক। খঙৰ কোবত আচল কথাটো মোৰ মুখেৰে ওলাই গ'ল।

"মই জানো তুমি প্ৰতিটো সন্ধিয়া এলেগ্ৰাৰ সৈতে কটাই দিয়া। মই কিন্তু তাইক ভাল নেপাওঁ।"

পোন প্ৰথম বাৰৰ বাবে সেইজনী ছোৱালীৰ প্ৰতি বাঢ়ি অহা বিৰূপ ভাব মই কথাৰে প্ৰকাশ কৰিলো, ৰেণীৰ প্ৰথম প্ৰেমৰ পাত্ৰী। এই প্ৰেম সিহঁতৰ কিমান-খিনিলৈকে আগবাঢ়িছে মই অৱশ্যে নেজানো। প্ৰেমৰ বিষয়ে তাৰ ধাৰণা কি তাকো মই নেজানো। জেৰাল্ড ইয়াত থকা হলে মই তেওঁৰ সৈতে কথা পাতিলো-হেঁতেন আৰু তেওঁৰ সহায় বিচাৰিলোহেঁতেন। তেওঁ জানো ল'ৰাক এই বিষয়ে কিবা ক'লেহেঁতেন! মোৰ প্ৰতিবেশী মিচেচ লেম্মিচে কয় যে তেওঁৰ স্বামীয়েও এই বিষয়ে ল'ৰাবোৰক একো সুধিছিল। সিহঁত এতিয়া ডাঙৰ হৈ বিয়া-বাৰু কৰালে; হলেও তেওঁ এই বিষয়ে কোনো কথা পাতিব নোৱাৰিছিল। তেওঁ নিজেও পৰা নাছিল।

"কিন্তু কিয়?" মই সুধিছিলো।

"কাৰণ এইবোৰ আলোচনাত ল'ৰাবোৰৰ আগত মই নিজকে উলঙ্গ হোৱাৰ দৰে অনুভৱ কৰো"—তেওঁ দ্বিধাহীন ভাবে উত্তৰ দিছিল।

তেওঁৰ ল'ৰাবোৰে ওচৰৰে পৰিচিত ছোৱালী বিয়া কৰাইছিল। বোধহয় তেওঁলোকৰ দৰে সহজ আৰু অনাড়ম্বৰ জীৱনত এইবোৰ প্ৰশ্নৰ অৱতাৰণা নকৰাটো ভালৰেই কথা। মই সঠিক নেজানো, কিন্তু প্ৰেমৰ পূৰ্ণতা ক'ত মই জানো। প্ৰেমৰ গভীৰতা মই নিজৰ জীৱনত উপলব্ধি কৰিছিলো। সেয়ে মোৰ ইচ্ছা মোৰ ল'ৰায়ো সেই পবিত্ৰ প্ৰেমৰ বিমল আনন্দ উপভোগ কৰক।

"বহা ৰেণী,"—মই ক'লো। "পলম হৈছে সঁচা, কিন্তু মই যি কথা ক'বলৈ বিচাৰিছো তাৰ বাবে সিমান পলম হোৱা নাই।" সি বহিল। জোনটিলৈ পিঠি দি বহা বাবে তাৰ মুখখনত এন্ধাৰ নামিল আৰু মই জোনলৈ মুখ কৰি ক'বলৈ আৰম্ভ কৰিলো।

"এলেগ্ৰাক যে তাইৰ নিজা কিবা দোষৰ বাবে মই অপছন্দ কৰো সেইটো সঁচা নহয়। লগৰ অইন বহুতো ছোৱালীৰ দৰে তায়ো ধুনীয়া। তাইৰ দেহতো আকৰ্ষণৰ মোহিনী ক্ষমতা আছে। কোনোবা পুৰুষ এজনক তাই সুখী কৰি তুলিব পাৰিব—সন্দেহ নাই। অৱশ্যে সেই পুৰুষজন হব লাগিব অলপতে সন্তুষ্ট হোৱা

বিধৰ, অইন মানুহৰ দৰে আনৰ ওপৰত নির্ভৰ নকৰা স্থিৰ; যথেষ্ট বন্ধু থকা, লঘু সঙ্গীতপ্ৰিয়, শনিবাৰে নিয়মমতে চিনেমালৈ যোৱা আৰু কিতাপ পঢ়ি ভাল নোপোৱা স্বভাৱৰ। তেনে লোক এলেগ্ৰাৰ লৈতে সুখী হব পাৰিব আৰু এলেগ্ৰায়ো তাতে সুখী হব। কিন্তু বেণী, তুমি তাতে সুখী হব নোৱাৰিবা। তোমাৰ সুখৰ বাবে তোমাক এজনী গহীন ছোৱালী লাগিব, যাৰ হিয়াত প্ৰেমৰ বন্ধু চিৰকাল প্ৰবাহিত হৈ থাকিব। তেনে দৰদী অন্তৰৰ ছোৱালী এজনীহে তোমাৰ যোগ্য পাত্ৰী হব। তেনেকুৱা ছোৱালী এজনীৰ সঙ্গ লভে তুমি যিমান পলমকৈ ধৰলৈ উভতি আহা মোক কেতিয়াও এইদৰে উজাগৰে থকা দেখা নেপাবা। মই তেতিয়া শান্তিৰে বিচনালৈ যাব পাৰিম।”

“তুমি এলেগ্ৰাক চিনি পোৱা নাই”—সি ক'লে।

“মাকে পুতেকৰ প্ৰেমৰ পাত্ৰীগৰাকীক খুউব ভালকৈ চিনি পায়।”

মই আগেয়ে এইদৰে কাহানিও কোৱা নাছিলো, আনকি এইদৰে ভাবিবও পৰা নাছিলো। কিন্তু এতিয়া মই কব পৰা হলো। হয়তো ইও আমাৰ উপৰি পুৰুষৰ পৰা অনুক্ৰমে অহা সংস্কাৰৰ দল।

“এলেগ্ৰাৰ মতে তুমি ঈৰ্ষাপৰায়ণা”—বেণীয়ে উত্তৰ দিলে।

“তাৰ কাৰণ তোমাৰ ভালপোৱাৰ পাত্ৰী তাই হব নোৱাৰে বুলি তাই জানে। আৰু এই কথা মইও জানো বুলি তাই গম পাইছে।”

আলোচনাৰ শেষত আমি দুয়ো এটি চৰম তিক্ততাত উপনীত হৈছিলো। সেই অন্তহীন আলোচনাৰ পৰা মই নিজেই আঁতৰি পৰিলো। নহলে বেণীৰ পৰা যি কথা শুনিব লাগিলহেঁতেন সেয়ে দুয়োকো সুউচ্চ শৃঙ্গৰ পৰা ছুপিনে আঁতৰ কৰি পঠিয়ালেহেঁতেন। সি অভিযোগ তুলিলেহেঁতেন যে যিহেতু মই তাক ভুলকৈ বুজিছো সি এই ঘৰ এৰি গুচি যোৱাই ভাল। কিন্তু তাৰ মুখত এই কথা শুনিবৰ মোৰ সমূলি ইচ্ছা নাই। সেইবাবেক মোৰ সাহায্যৰ বাবে মাতি পঠিয়ালো আৰু পিছত শান্তভাৱে ক'লো :

“মই কিয় তোমাক অন্তৰেৰে ভালপোৱা ছোৱালী এজনী বিচাৰিছো জানা? তাৰ কাৰণ তোমাৰ দেউতা আৰু মই বৰ সুখী আছিলো। যি মুহূৰ্ততে মই তেওঁক দেখা পাইছিলো মই তেওঁক আপোন কৰিম বুলি ভাবিছিলো। মই আন পুৰুষক ভালপোৱা নাছিলো। জানো, এইটো পুৰণি ৰীতি। কাৰণ আজিকালি প্ৰায়ে কোৱা শুনা যায় যে চূড়ান্ত প্ৰেমিকজন বিচাৰি নোপোৱালৈকে কেবাজনো সঙ্গীৰ লৈতে প্ৰেমৰ লীলাখেলা চলাই অভিজ্ঞ হোৱাটো বেয়া কথা নহয়। চঞ্চল মানুহৰ

বাবে ই প্ৰযোজ্য হব পাৰে। কিন্তু জীৱনক ঘিয়ে গভীৰভাৱে লয় তেওঁলোকৰ বাবে ই অসম্ভৱ। তোমাৰ দেউতাৰা আৰু মই এই পিছৰ শ্ৰেণীৰ আৰু এই শ্ৰেণীৰ লোকৰ সংখ্যাই তাকৰ। আমি যেতিয়া ইজনে আনজনক আমাৰ সৰ্ব্বস্ব দান কৰি তৃপ্তি লভিছিলো তেতিয়াই আমাৰ প্ৰেম সাৰ্থক আৰু সম্পূৰ্ণ হৈছিল। তোমাৰ আগত মই এষাৰো মিছা কোৱা নাই।"

ভুঁয়াৰত তলা মাৰি থোৱা চিঠিখন যে মই বেণীক দেখুৱা নাছিলো ভাবিয়ে মোৰ কিমান ভাল লাগিল! কাৰণ চিঠিত যি কথাই লিখা নেথাকক মই জানো যে মই কোৱা কথাবোৰ সঁচা। জেৰল্ডে যে এতিয়াও মোকেহে কেৱল ভাল পায় তাত মোৰ অকণো সন্দেহ নাই। কিন্তু বেণীয়ে সেইটো নেজানে। জানিবলৈ তাক আৰু বহুতো সময় লাগিব; আৰু তাৰ যোগ্য পাত্ৰী নোপোৱালৈকে সি জানিবও নোৱাৰে।

"কি আচৰিত! তেন্তে দেউতাই যে তোমালৈ চিঠি এখনো লিখা নাই"— সি নিষ্ঠুৰভাৱে ক'লে।

"একো আচৰিত নহয়"—উত্তৰত মই ক'লো। "তেওঁ কেৱল মোকেহে ভাল পায় বুলি যে মই জানো সেইটো তেওঁৰ অবিদিত নহয় আৰু মোৰ ভালপোৱাও যে চিৰদিন অটুট থাকিব তেওঁ জানে। তেওঁ চিঠি দিব নোৱাৰাৰ নিশ্চয় কিবা কাৰণ আছে। সেই কাৰণ লৈ তুমি বা মই চিন্তা কৰিব নেলাগে। আজিৰ পৃথিবীত এনেকুৱা বহুত কাৰণৰ বাবে মানুহৰ মাজত বিচ্ছেদ ঘটিব লাগিছে। সেই বুলি আমাৰ শাশ্বত প্ৰেমক এইবোৰে ধ্বংস কৰিব নোৱাৰে। এই ভালপোৱা বুকুত সাৱটি লৈয়ে আমি অপেক্ষা কৰিব লাগিব।"

ল'ৰাক শিকোৱাৰ লগতে মই নিজকে সান্ত্বনা দিছিলো। অৱশ্যে ল'ৰাক শিকাব পাৰিছিলো নে নাই ক'ব নোৱাৰো। এই শিক্ষা বয়সৰ লগতহে হয়। মোৰ কিন্তু মনত আছে, ডেকা বয়সত যেতিয়া জেৰল্ডক মই লগ পাওঁ তেতিয়াই মই জানিছিলো যে তেৱেঁই মোৰ জীৱনসঙ্গী হব। ই অৱশ্যে একো জ্ঞানৰ কথা নহয়; মোৰ একো জ্ঞান তেতিয়া নাছিল, এতিয়াও যদি আছে খুব কম।

বেণী উঠিল আৰু কাষলৈ আহি মোৰ গালত চুমা এটি খালে। "তুমি চিন্তা নকৰিবা মম্"—সি ক'লে। "এলেগ্ৰাৰ বিষয়ে তুমি ভুল ধাৰণা লৈছা। তাই ঠিক হব। যিয়ে হওক, মইতো দেউতা নহওঁ আৰু তায়ো তুমি হব নোৱাৰে। আমি আমাৰ স্বকীয়া জীৱন লৈ চলিব লাগিব।"

মই নিমাত হৈ ৰ'লো, মাতিবৰ উত্তৰো নাই। সি ওপৰলৈ উঠি গ'ল।

দিনটোত কেবাবাৰো সি নজনাকৈয়ে মোক দুটা কথা সোৰ্ৰাই দিয়ে ; সি তাৰ দেউতাকৰ দৰে নহয় আৰু সি তাৰ নিজৰ জীৱন লৈ চলিব লাগিব। তাৰ কোঠাৰ পোহৰ নুমাই গ'লত মই বিচনালৈ খোজ ললো। সেই নিশা মই শান্তভাৱে শুব নোৱাৰিলো। সপোনত মই পিকিঙৰ ঘৰটোত জেৰেল্ডক বিচাৰি হায়বান হলো, কিন্তু তেওঁক বিচাৰি নেপালো। তেওঁ নাই। ভয়ত মোৰ টোপনি ভাগিল। দেখিলো ভাৰমণ্টৰ এই ঘৰটোত মই নিৰাপদে শুই আছো ; কিন্তু কিমান অকলে।

আজি নিশা বেণীক উত্তটি অহাৰ আগেয়ে গছৰ ছাঁত বহুত পৰলৈকে এলেগ্ৰাক সাৱটি থিয় হৈ থকা মই দেখা পাইছিলো। ৰাতি ইমান বেচি হৈছিল যে কোনোবাই দেখিব বুলি সিহঁতে অলপো ভয় কৰা নাছিল। আমাৰ এই অঞ্চলটিত সকলোৱে সোনকালে শুবলৈ যায়। মোৰ ওখ বেণীয়ে সাহী ছোৱালীজনীক সাৱটি ধৰি থিয় হৈ আছিল ; তাইৰ মুখখনি তাৰ পিনলৈ। প্ৰথম প্ৰেমৰ সেই দীঘলীয়া উত্তপ্ত চুম্বনেৰে দুয়ো দুয়োকো আকোৱালি ধৰিছিল। পিছত লাহে লাহে তাইৰ ঘৰলৈ দুয়ো আগবাঢ়িল। পদূলিমুখ পোৱাৰ পিছত মই তাক পোন্ধৰ মিনিটমানলৈ দেখা পোৱা নাছিলো। পিছত তাক অকলে ওলাই অহা মোৰ চকুত পৰিল, হাত-দুখন তাৰ পেণ্টৰ পকেটত। সি ঘৰ পোৱা সময়ত মই অইন দিনৰ দৰে চাঁদত বহি আছিলো। মই যে শান্তিত থাকিব পৰা নাছিলো বা মোৰ দুশ্চিন্তাৰ যে সমূলি উপশম হোৱা নাছিল তাকে তাক বুজাবলৈ মই সঙ্কল্প কৰিছিলো। চকীখনত মোক দেখা পাই সিয়ে আগেয়ে মাত্ দিলে :

"গুড্ নাইট্ মম্ !"

"গুড্ নাইট্ মাই চন্"—মই ক'লো।

বাৰুনি কোঠাৰ পৰা শোৱা-কোঠালৈ যোৱা তাৰ ভৰিৰ শব্দ মোৰ কাণত পৰিল। সেই চিৰিবোৰ দেউতায়ে ঘৰত থকা লগুৱাটোৰ বাবে সজাইছিল যাতে ঘৰৰ বাকীবোৰক আমনি নকৰাকৈ সি অহাযোৱা কৰিব পাৰে। এইবাৰ অহকালি বেণীয়ে মোৰ কাষৰ কোঠাটো এৰি পাকঘৰৰ কাষৰ কোঠালৈ গৈছে, অথচ এই কোঠাটোতে সি ইয়ালৈ অহাৰ পৰাই থাকিবলৈ লৈছিল। যি এতিয়া থকা কোঠাটো চাপৰ, কিন্তু বেচ আহলবহল আৰু আৰামদায়ক আৰু বাথৰুমটো লগতে আছিল। সপ্তাহত কেৱল শনিবাৰে নিশা যিজনে গা-ধোৱে তাক অকলে এটি বাথৰুমৰ প্ৰয়োজন—সি কৈছিল।

২/৭/৬৬

বেণীয়ে কিয় সেই কোঠাটো পছন্দ কৰিছিল মই অৱশ্যে জানিছিলো। তাত থাকিলে মোৰ দুৱাৰমুখলৈ নহাকৈ সি অহাযোৱা কৰিব পাৰে। মই বেজাৰেৰে উপলব্ধি কৰিছিলো যে মোৰ অনুমতি নোলোৱাকৈ অহা-যোৱা কৰিবৰ অধিকাৰ তাৰ হৈছে। আৰু মোৰ কল্পনাৰ বোৱাৰীজনী এলেগ্ৰা হোৱাহেঁতেনো মোৰ চিন্তাৰ কাৰণ নাছিল। কিন্তু এলেগ্ৰা! এনে পৰিস্থিতিত কোনো মাকে সন্তানক বঁচাব নোৱাৰে। অশান্তি আৰু উৎকণ্ঠাৰ মাজেৰে দিনৰ পিচত দিন অপেক্ষা কৰাৰ বাহিৰে তেওঁৰ আৰু কি উপায় আছে? মই যেতিয়া গভীৰ আৰু আন্তৰিক প্ৰেমৰ কথা কৈছিলো সি বুজি পাইছিল নে নাই ভাবি আচৰিত হওঁ। খুব সম্ভৱ পোৱা নাছিল। এলেগ্ৰাৰ বাবেও মোৰ পুতৌ জন্মে। কাৰণ বৰ্ত্তমানৰ অৱস্থা চলি থাকিবলৈ হ'লে তাই দিব পৰাতকৈ বহুত কিবাকিবি বেণীয়ে তাইৰ পৰা বিচাৰিব। তাৰ কামনাৰ অগ্নিশিখা তাই সহ্য কৰিব নোৱাৰিব। তাই যেতিয়া উপলব্ধি কৰিব যে বেণীক তাই সুখী কৰিব নোৱাৰে তাইৰ জীৱন অতি দুখময় হব। এইটো ভাবিলে মোৰ সহানুভূতি এলেগ্ৰালৈহে বাঢ়ে। বেণীৰ হাতৰ পৰা তাইক ৰক্ষা কৰিবলৈ মনটো দৃঢ় হৈ উঠে। তাই নাৰী, তাইৰ অন্তৰ যিমানে সৰু নহওক তাই অসুখী হোৱাটো কামনা কৰিব নোৱাৰি। মই নাৰীৰ পক্ষে, তাৰ বাবে লাগিলে পুত্ৰৰ লগতো কাজিয়া কৰিম। অৱশ্যে আগতে কথাটো মই সেই দৃষ্টিভঙ্গীৰে চোৱা নাছিলো। মাতৃত্বতকৈ নাৰীত্বৰ আহ্বান গভীৰতৰ, মই উপলব্ধি কৰিলো।

এই নতুন সত্যটোৱে মোক বাককৈয়ে বিমোৰত পেলাইছে। মই কি কৰিম ঠিক কৰিব নোৱাৰা হৈ পৰিলো। পিচমুহূৰ্তত হঠাৎ মোৰ মনটো পাতল হৈ পৰিল। মই বেণীৰ কথাকে অকল ভবা নাই, মোৰ চিন্তাই অইন ডেকা-গাভৰুৰ ক্ষেত্ৰতো প্ৰভাৱ বিস্তাৰ কৰিব। জেৰল্ড আৰু মোৰ মিলন ইমান সুখৰ হোৱাৰ মূলতে কোনো অলৌকিক শক্তিৰ প্ৰভাৱ পৰা যেন লাগে। দেউতাই যদি মোৰ কলেজত পঢ়া খৰচৰ বাবে উইল লিখি নগ'লহেঁতেন বেণীয়ে এতিয়া কৰাৰ দৰে ময়ো যিকোনো এজনকে জীৱন-সঙ্গী নিৰ্বাচন কৰিলোহেঁতেন। আৰু এই বয়সত যাকে ভালপোৱা যায় তাকেই ভাল লাগে। দেউতাই মোক ৰক্ষা কৰাৰ দৰে বেণীকো মই ৰক্ষা কৰিব লাগিব। কিন্তু এলেগ্ৰাকো বচাব লাগিব।

ৰাতি বহুতখিনি হ'ল গৈ। এই নতুন দায়িত্বৰ কথা ভাবিবলৈ মোৰ গাত এতিয়া শক্তিৰ অভাৱ উপলব্ধি কৰিলো। গতিকে গুৰু পিচদিনা পুৱালৈ থৈ চকু মুদিলো।

আজি বেণীৰ মনটো বেচ প্ৰফুল্ল। তাৰ ধাৰণা মোৰ সৈতে তাৰ সম্পৰ্কটো সি স্পষ্ট কৰি বুজাই দিছে। সি নিজকে মুক্ত বুলি বিবেচনা কৰিছে, তাৰ চকুৱে-মুখে যৌৱনৰ আৰু প্ৰেমৰ মাদকতা ফুটি উঠিছে। হাঁহিমুখেৰে গুণ-গুণাই তললৈ নামি আহি সি মোৰ গালত টপ্ কৰি চুমা এটি খালে। অৱশ্যে মোৰ ওঁঠ স্পৰ্শ কৰি চুমা নেখাবলৈ সি এতিয়া সজাগ হৈছে। ব্ৰেকফাষ্ট খাবলৈ সি টেবুলৰ কাষত বহি পৰিল।

১১/৮/৬৬

"মই কুঁহিয়াৰ ডবালৈ যাওঁ। ভড়ালৰ কাম হৈ গৈছে যেতিয়া ম্যাটে মোক সহায় কৰিব পাৰিব"—মাতটো তাৰ আজি অধিক স্পষ্ট। মই তাৰ কথাতে সম্মতি জনালো।

সি ব্যস্তভাবে ওলাই গলত মই খোৱা বাচনখিনি আৰু ঘৰটো চফা কৰাত লাগিলো। বেণীয়ে কয় মই বাচন ধোৱা যন্ত্ৰ এটা কিনা উচিত। কিন্তু মোক নেলাগে। খাই-বই উঠি সেই নিৰ্জন মুহূৰ্তকেইটা ৰান্ধনীঘৰৰ খিৰিকিখনত কটাই মই বৰ ভাল পাওঁ। হাতত কুহুমীয়াকৈ চাবোনৰ ফেন মিহলি পানী আৰু চকুত বহদূৰত থকা পৰ্বতৰাজিৰ দৃশ্য। তাৰ উপৰিও ডিচ্ বোৰ ভালপোৱাৰ আৰু এটা কাৰণ আছে। খনচেৰেক মই আমাৰ পিকিঙৰ ঘৰৰ পৰা অনা, কেইখনমান মাৰ পৰা পোৱা আৰু দুই এখন মই সুকৰ পৰাই ব্যৱহাৰ কৰা। নিজৰ ঘৰখন, ল'ৰা-ছোৱালী আৰু গিৰিয়েকৰ বিষয়ে অভিযোগ কৰা তিৰোতাক মই বুজিবলৈ টান পাওঁ। এয়া দেখোন আমাৰ হেপাহৰ দৈনন্দিন কাম।

ৰান্ধনীঘৰলৈ মই যেতিয়া উভটি আহিলো দেখিলো যে বাবাই খাবলৈ বৈ আছে। তেওঁ ক্ৰমে বেছি বুঢ়া হৈ পৰিছে আৰু লগতে স্বভাৱটো হৈ পৰিছে কেঁচুৱাৰ দৰে। তেওঁৰ গলত নেপ্‌কিন্‌খন গাঠি দি খুৱাই দিবলৈ আৰম্ভ কৰিলো। তেওঁ শান্তভাৱে নীৰৱে খাই গ'ল। দৃষ্টি তেওঁৰ খিৰিকিখনত। তেওঁ আজিকালি চীনা সাজপাৰ নেৰাই হ'ল আৰু কথা ক'লেও প্ৰায়েই চীনা ভাষাৰেহে কৈ ভাল পায়।

"মই এতিয়া বিচনালৈ যাওঁ"—খোৱা হলত তেওঁ কলে।

"ব'দত অলপ নবহে কিয় ?" মই সুধিলো।

তেওঁ মূৰ জোকাৰিলে। তেতিয়া মই ক'বলৈ বাধ্য হ'লো, "পিকিঙত থকা দেউতাসকলে কেনেকৈ ৰ'দ লগায় মনত নাই আনো ? খাই বই উঠিয়েই

তেওঁলোকে বিচনাতে নেথায়। তেওঁলোকে ব'হ ভাল পায়। তাতে আজি বতাহো নাই।"

তেতিয়া আৰু বাবাই আপত্তি নকৰিলে আৰু মই গাত স্কাৰ্ফ এখন দি ব'দত বহুৱাই থৈ আহিলো। তেওঁ লৰচৰ নকৰাকৈ তাতে বহি থাকিল আৰু টোপনি যোৱাৰ দৰে চকু মুদি দিলে। বাবাক মই পাহৰি গলো। দুপৰীয়া মনত পৰাত বেগাবেগিকৈ গৈ দেখো যে বাবা ব'দতে বহি আছে। গাত ঘাম ওলাইছে আৰু চকুত খঙৰ ভাব ফুটি উঠিছে। মোৰ লাজ লাগি গ'ল।

"এতিয়া বিছনালৈ যাম নে?" তেওঁ সুধিলে।

"নিশ্চয়"—মই ক'লো। কিন্তু তাৰ আগেয়ে কণী আৰু ভাত অকণমান খাই চাহ একাপ খাব লাগিব।

বাবাই কোনো আপত্তি নকৰাকৈ খালে। চীনা চাহকাপ বেছ তৃপ্তি সহকাৰে খালে। পিচত তেওঁক বিছনালৈ নি শুৱাই থলোগৈ। বাহিৰত বেচি পৰ থকা বাবে বাবা ততালিকে টোপনি গ'ল। মই সঁচাকৈ কেৱল ল'ৰাটোৰ কথাকে ভাবি স্বাৰ্থপৰ হৈ গৈছো আজিকালি। হলেও বাবাক জানো পাহৰিব পাৰি?

ঘৰখনৰ কাম কৰি থাকোতে মনটোও পৰিষ্কাৰ হ'ল। তিৰোতাৰ বাবে চিন্তা কৰিবৰ উৎকৃষ্ট সময় হৈছে তেওঁ ঘৰ-দুৱাৰ চফা কৰি থকা আৰু বিচনা পাৰি থকা সময়খিনি। শাৰীৰিক পৰিশ্ৰমৰ বাবে তেজ গোটেই শৰীৰলৈ সঞ্চালিত হয় আৰু মগজুটো তেতিয়া অধিক কাৰ্য্যক্ষম হৈ পৰে। সঁচাই মই এলেগ্ৰাৰ মাকৰ ওচৰলৈ যাম। মই ক'বলগীয়া কথাৰ কিমানখিনিলৈকে তেওঁ উপলব্ধি কৰে নেজানো। উভটি আহি বেণীক সকলো ক'ম। এইবোৰত কোনো প্ৰকাৰৰ গোপনীয়তা মই ৰাখিব নিবিচাৰো। আৰু মুকলি মনেৰে কাম কৰিবৰ অধিকাৰ যদি তাৰ আছে তেন্তে মোৰো আছে। মই কিয় এৰিম?

মই পদূলিমুখৰ পৰাই দেখিলো মিচেচ্ উড্চ্ বাৰান্দাত বহি আছে। ঘৰটো ধুনীয়া, সজাইছেও মনোমোহাকৈ। তেওঁ বেজীৰে চিলাই কাম কৰি আছিল। মোক দেখা পাই থিয় হ'ল। এগৰাকী আদবয়সীয়া স্বাস্থ্যৱতী তিৰোতা। কেকোৰা চুলি আৰু ঘূৰণীয়া মুখেৰে মৰমলগা মানুহজনী। চকুত এটা শঙ্কাৰ আভাস যিটো প্ৰায়বোৰ মাকিন নাৰীৰ ক্ষেত্ৰতে দেখা যায়। অৱশ্যে তাৰ কাৰণ কি মই আজিও বুজিব পৰা নাই। চীনা তিৰোতাসকল সাজকুৰীয়া

হব পাৰে বা সৰহভাগেই হয়তো লাজকুৰীয়া হবলৈ ভাও ধৰে। কিয়নো তাৰ মানুহৰ এটা সাধাৰণ বিশ্বাস যে তিৰোতাৰ লাজেই অলঙ্কাৰ। কিন্তু তেওঁলোকক ভয়াতুৰা বুলি ক'ব নোৱাৰে'।

"ভিতৰলৈ আহক"—মিচেচ্ উড্চ্ৰ মাতত অলপ সঙ্কোচভাৱ। "মোৰ নাম মিচেচ্ জেৰল্ড মেকলিয়ড্"—মই ক'লো। মই এই আলিটোৰ একেবাৰে মূৰত থাকো।

"মই আপোনাৰ ল'ৰা বেণীক চিনি পাওঁ,"—তেওঁ ক'লে। ভিতৰলৈকে আহক।

ৰঙা কাৰ্পেট পৰা এটা সৰু কোঠাত আমি বহিলোঁগৈ। তাৰ পৰাই ওপৰ মহলালৈ যোৱা চিৰিটো। সোঁপিনে চাফ্চিকুণ্কৈ থোৱা কোঠাটো আৰু বাওঁপিনে এটি আহল-বহল শোৱনি কোঠা। আচ্বাবৰোৰ তাত বেচ পৰিপাটিকৈ সজোৱা আছে। বিচনাৰ কাষত থকা টেবিলখনত কেইখনমান আলোচনী, কিন্তু কিতাপ এখনো নাই। কিতাপ নোহোৱা ঘৰত কেনেকৈ থাকিব পাৰিব ?

—সেইখন চকীতে বহক, মিচেচ্ উড্ছে আঙুলিয়াই দি ক'লে। সেইখন মোৰ স্বামীৰ আৰু বেচ আৰামী।

মই বহি পৰিলো আৰু লগে লগে উদ্দেশ্য ব্যক্ত কৰিলো।

"বেণী আৰু এলেগ্ৰাৰ বন্ধুত্ব সম্পৰ্কে আপুনি জানে বুলি মই নিঃসন্দেহ। সেই বিষয়ে আপোনাৰ মতামত জানিবলৈকে আহিলো। সিঁহত দুয়ো বয়সত এতিয়াও সৰু হৈ আছে, গতিকে অইন ডেকা-গাভৰুৰ দৰে সিঁহতক বিচাৰ কৰিব পৰা হোৱা নাই।"

তেওঁৰ ধুনীয়া মুখখনি হঠাৎ চিন্তিত হৈ পৰা দেখিলো। এসময়ত যে তেওঁ দেখিবলৈ বেচ ধুনীয়া আছিল সেইটো বুজি পালো। এলেগ্ৰা অৱশ্যে বেচি ধুনীয়া হৈছে। সম্ভৱ মুখৰ পোন ভাজকেইটা দেউতাকৰ পৰা পাইছে। কিন্তু তাই ধেমুভিৰীয়া শাৰীৰিক গঠনটো, গোলাকাৰ নিতম্ব আৰু উন্নত স্তনযুগল মাকৰ পৰাই পাইছে। মিচেচ্ উড্চৰ পৰিধানত থকা পোছাকটো গাত লিপিট খাই পৰিছিল। শেখেতৰ কথা শুনিবলৈ বৈ থাকোঁতে এইবোৰ অলাগতিয়াল খুটি-নাতিয়ে মোৰ মনত ঠাই লৈছিল।

"সিঁহত ডাঙৰ হোৱা নাই," তেওঁ সন্মতি জনালে। "মিঃ উড্চৰ লৈতে আমিয়ো এই বিষয়ে চিন্তা কৰিছো। অৱশ্যে এলেগ্ৰাক সম্পূৰ্ণ স্বাধীনতা দিবলৈকে আমি

ইচ্ছা কৰো। আমি নিউ জাৰ্চিৰ পেচাইকত বাস কৰো। তাৰ স্কুলবোৰ ভাল। তাই স্কুলীয়া শিক্ষা শেষ নকৰাকৈ এৰি অহাটো আমি নিবিচাৰো।

কেতিয়াও নিদিব—মই একপ্ৰকাৰ আতঙ্কৰ সুৰতে ক'লো। আৰু বেণীয়েও কলেজলৈ যাব এইবাৰ হাৰ্ভাৰ্ডলৈ। তাতেই তাৰ দেউতাক, ককাদেউতাকে শিক্ষা লাভ কৰিছিল। তাৰ পিচত কেইবছৰমান সি পঢ়িব লাগিব, তাৰপাচত হয়তো ইউৰোপ বা চীনলৈকেও যাব পাৰে। তাৰ দেউতাক এতিয়াও চীনতে আছে।

মোৰ প্ৰতিবেশিনীৰ মুখৰ চেহেৰাই বদলি হৈ গ'ল—চীনলৈ? তালৈতো কোনেও যাব নোৱাৰে; পাৰে জানো?

এতিয়া নোৱাৰে অৱশ্যে—মই ক'লো। কিন্তু পিচত যেতিয়া পৰিস্থিতি ভাল হ'ব তেতিয়া হয়তো বেণীয়ে গৈ দেউতাকক লগ ধৰিব পাৰে।

তেওঁৰ দেউতাক চীনা নেকি—? শব্দটো যথেষ্ট নম্ৰভাৱে মিচেচ্ উড্ছে উচ্চাৰণ কৰিলে।

নহয়, মই ক'লো। অন্ততঃ সম্পূৰ্ণ নহয়। হোৱা হ'লে মোৰ নাম কেনেকৈ মেক্লিয়ড্ হ'লহেঁতেন। তেখেতৰ দেউতাক অৰ্থাৎ বেণীৰ ককাদেউতাক আমেৰিকান। তেওঁ আমাৰ লগতে আছে। তেওঁৰ যথেষ্ট বয়স হৈছে আৰু সম্প্ৰতি স্বাস্থ্য বৰ ভাল নহয়। তেওঁ ঘৰ এৰি কলৈকো নেযায়।

তেওঁ যেন মোৰ পৰা আৰু কিবাকিবি শুনিবলৈ বিচাৰে। গতিকে মই কৈ গ'লো—মোৰ স্বামী পিকিঙৰ বিশ্ববিদ্যালয় এখনৰ প্ৰেচিডেন্ট। তেওঁ ইয়ালৈ আহিব বুলি আমি আশা কৰিছিলোঁ। কিন্তু তেওঁৰ ধাৰণা যে তাত তেওঁৰ কৰ্ত্তব্য কাম এৰি গুচি অহাটো অন্যায় হ'ব।

চীনখন কমিউনিষ্ট হৈ যোৱা নাই জানো? তেওঁৰ কথাত এটা গৰিহণাৰ সুৰ মই লক্ষ্য কৰিলোঁ।

'হৈছে'—মই সন্মতি জনালোঁ। কিন্তু বেণীৰ দেউতাক কমিউনিষ্ট নহয়। তাক মই নিঃসন্দেহে ক'ব পাৰো। অৱশ্যে তেওঁ ভাবে যে সৰ্বতোপ্ৰকাৰে সেই বিশ্ববিদ্যালয়ৰ সেৱা কৰাটো তেখেতৰ পবিত্ৰ কৰ্ত্তব্য। তাৰ পিচত সেই সত্য কথাটো লুকাই ৰাখিব নোৱাৰিলো।

তেওঁৰ মাক আছিল চীনা আৰু সেই দেখি—

চীনানে? মিচেচ্ উড্ছে আচৰিত হৈ সুধিলে। সেই কাৰণেই তেনেহ'লে আমি ভাবিছিলো কিজানি বেণীৰ গাত আৰবীয় তেজ থাকিব পাৰে।

বেণীয়ে এনেপ্ৰাক কোৱা নাছিল জানো?

ওহোঁ। তেওঁ কোৱা নাই, মই জানো। এনেপ্ৰাই মোৰ ওচৰত কোনো কথা লুকুৱায়। তাই নিশ্চয় মোক ক'লেহেঁতেন।

তেন্তে মই কৈ পেলাই ভালেই কৰিলো। সিহঁত গভীৰ প্ৰেমত আসক্ত হৈ পৰাৰ আগেয়ে আপুনি জনাটো ভাল।

হয়, আপুনি ঠিকেই কৈছে।

তেওঁক চিন্তান্বিত দেখা গ'ল। ভাবি ভাবি তেওঁ বঙা-চিঙা পৰিল, মিহি ওঁঠযুৰি কামুৰি ধৰিলে আৰু মোৰ উপস্থিতি প্ৰায় পাহৰিয়ে পেলালে। সৰুকৈ নিপোটল হাত দুখনিৰে খামুচি ধৰি কিবা এটি উপায় উদ্ভাৱনত ব্যস্ত হৈ পৰিল। হঠাৎ চকুযুৰি তুলি মোলৈ চালে আৰু কলে—

"আপোনালৈ বৰ বেয়া লাগিছে। কি সাংঘাটিক পৰিস্থিতিত পৰিছে আপুনি, মইয়ে জানো ?

কিয়—বেণীৰ বাবে ?

গোটেই ঘটনাটোৰ বাবে—স্বজাতিৰ বাহিৰলৈ গৈ বিয়া কৰোৱা—তাতে আকৌ চীনা।

মোৰ স্বামী আমেৰিকান, মই ক'লোঁ। তেওঁৰ দেউতাকে তেওঁৰ জন্মৰ ঘটনাটো পিকিঙৰ মাৰ্কিন দূতাবাসত ৰেজিষ্টাৰ কৰাইছিল। বেণীৰ নামো তাতেই ৰেজিষ্টাৰভুক্ত কৰা হৈছিল।

তথাপি ই অলপ বেলেগ।

মই কিন্তু সম্পূৰ্ণ সুখী, মই ক'লোঁ। সেইবাবে এইটোও মই ভালদৰে জানো যে বেণীও সুখী হব পাৰিব। সি বিয়া কৰোৱা ছোৱালীজনীয়ে তাক আধা চীনা বুলি কোনোমতে মানি ললেই মই সেই বিয়া হবলৈ নিদিম। তাই সেইখিনিৰ বাবে আনন্দিত হব লাগিব—সেইখিনিৰ বাবে গৌৰব বোধ কৰিব লাগিব। এই ঘটনাৰ বাবে বেণী পুৰুষ হিচাপে এনে কি মাৰ্কিন হিচাপেও অইন দহজন ডেকাতকৈ শ্ৰেষ্ঠ বুলি তাই উপলব্ধি কৰিব লাগিব।

তেওঁ মোৰ কথা সম্পূৰ্ণকৈ বুজি পালে নে নাই নেজানো। চেষ্টা কিন্তু কৰিলে। নিৰ্মল প্ৰকৃতিৰ মানুহজনী। তেওঁৰ নিচিনা সৰলচিতীয়া বান্ধৱী এজনী পালে মই ভাল পাম লাগিলে তেওঁ মোৰ কথা শুনকেই বা নুশুনক। নহলে মই ভাল সঙ্গী এজনী হেৰুৱাম। ম্যাটৰ পৰিবাৰো ভাল—কিন্তু একেবাৰে অনভিজ্ঞ। তদুপৰি তাই ম্যাটৰ লৈতে পুৰণি দুখৰ কথা লৈ ইয়ানকৈ কাজিয়া কৰে অথচ এজনেও মোক আচল কথাটো নকয়।

এনেতে মিঃ উড্‌চ্‌ ওলালহি।

মই আপোনালোকৰ প্ৰতিবেশিনী। সঁচা কথা ক'বলৈ গ'লে মোৰ ল'ৰা আৰু আপোনালোকৰ ছোৱালীজনীৰ কথা পাতিবলৈকে মই আহিছিলো—মই ক'লোঁ। তেওঁ লাজতে ৰঙা পৰিল। অৱশ্যে ডেকা-গাভৰুৰ বিষয়ে নিজৰ স্ত্ৰী, মাক বা যিকোনো আদবয়সীয়া তিৰোতাৰ আগত আলোচনা কৰিবলৈ সঙ্কোচ কৰাটো সভ্য মাৰ্কিনলোকৰ স্বভাৱ বুলি মই জানো।

তেওঁৰ স্বামী চীনা বুলি মিচেচ্‌ মেকলিয়ডে মোক কৈছে—মিচেচ্‌ উড্‌চে অৰ্থপূৰ্ণভাবে ক'লে।

নহয়, নহয়—মই চিঞৰি কলোঁ। মই কৈছিলো তেওঁ আমেৰিকান বুলি। তেওঁ মাৰ্কিন নাগৰিক। তেওঁৰ মাক অৱশ্যে চীনৰ আছিল, হলেও তেওঁ সম্ভ্ৰান্ত বংশৰ আছিল; পিকিঙৰ ভিতৰতে এটা সম্ভ্ৰান্ত পৰিয়ালৰ। তেওঁ এতিয়া জীৱিত নাই।

আৰু নেলাগে ক'ব বুজিছে—মিঃ উড্‌চে লাহেকৈ আশ্চৰ্য্য প্ৰকাশ কৰি কলে। এইদৰে বিদেশীৰ সৈতে তেজৰ সম্বন্ধ পতা মই ক'তো শুনা নাছিলোঁ।

তেওঁ বিমোৰত পৰিল। তেওঁ আচৰিত হোৱাটো খুবেই স্বাভাৱিক। তাকে অতি নম্ৰভাৱে তেখেতে প্ৰকাশ কৰিলে। মোক আঘাত দিবলৈ তেখেতে ইচ্ছা নকৰিলে। মোৰ বাবে দুখ প্ৰকাশ কৰাত বাহিৰে তেওঁ বিশেষ একো কৰ নোৱাৰিলে আৰু অসহায়ভাবে পৰিবাৰলৈ চালে। তেওঁলোক দুয়ো বেচ ভদ্ৰ, দুয়োলৈ মোৰ মৰম লাগিল। অৱশ্যে তেওঁলোকে যে মোক বুজা নাই বা কাহানিও নুবুজিব সেই বিষয়েও মই নিঃসন্দেহ হ'লো। জেৰল্ডে পিকিঙত থাকিবলৈ লৈ উচিত কামেই কৰিছে।

কিন্তু মই ৰেণীৰ কথা ভাবিব লাগিব। মই উঠিলো—আপোনালোক দুয়োজনলৈ ধন্যবাদ। মই হাঁহিমুখে ক'বলৈ যত্নৰ ত্ৰুটি নকৰিলো। একো চিন্তা নকৰিব। ৰেণীক মই সোনকালে কলেজলৈ পঠিয়াম। ডেকাবোৰে সহজেই কথা পাহৰি যায়। সিহঁত বেচি দূৰলৈ আগবাঢ়িছে বুলিও মই নেভাবো। আৰু এলেগ্ৰা—ইমান ধুনীয়া ভাই, তাই ইচ্ছা কৰিলেই নতুন বন্ধু পাব।

তেওঁলোকে কথাটো বুজিবলৈ চেষ্টা কৰিলে। "তাইক সকলোৱে ভাল পায়" —মাকে গৰ্বেৰে উত্তৰ দিলে।

নবাচলাতে যোৱা গৰমৰ বন্ধত তাইক অতি জনপ্ৰিয় ছোৱালী বুলি স্কুলৰ আটাইবোৰে ভোট দিছিল,—দেউতাকে কলে।

আমাৰ জনচেবেক হিতাকাংখী বন্ধুৱে তাইক আমাৰ খাতাৰ 'ট্ৰেষ্টৰ্মাণী' প্ৰতিযোগিতাত যোগ দিবলৈ ধৰিছে—মাকে ক'লে। কিন্তু তাইৰ দেউতাকে এইটো পচন্দ নকৰে।

হয়, মই পচন্দ নকৰো—দেউতাকে সমৰ্থন জনালে।

মইও আপোনাক সমৰ্থন কৰো—মই ক'লো।

এলেগ্ৰা সেই মুহূৰ্ততে সোমাই আহিল। তাই ভাই আছিল, মেয়ে গালদুখন ৰঙচুৱা হৈ পৰিছে। বগা হাত নথকা ফ্ৰকটো আইৰ গাত লেপেত খাই পৰিছিল। তাইক বৰ ভাল লাগিছিল সেই সময়ত। মোৰ ওখ ফুকাক ক'বাই কিয় তাইৰ প্ৰেমত পৰিছে মই বেচ বুজিলো। মোৰ মাত্ৰ ভয় হৈছে সিহঁত বেচি দূৰ অগ্ৰসৰ নহলেই ৰক্ষা।

আলফ্ৰীৰ লগত কথা পাতাচোন সোণজনী—মাকে ক'লে। মাক দেউতাকে তাইক কিমান মৰম কৰে সি বৰ মৰ্মস্পৰ্শী দৃশ্য। তেওঁলোকৰ একমাত্ৰ সন্তান।

এলেগ্ৰাই এটা মিঠা হাঁহিৰে সম্ভাষণ জনালে।

হেলো—মিচেচ্ মেকলিয়ড্।

মোৰ অনুমান যোৱা নিশা বেণীয়ে তোমাক বহুত পৰলৈ আটক কৰি ৰাখিছিল—মই ক'লো। মই পিচত তাৰ বাবে তাক গালি দিছো।

ওহো। মই সদায় অলপ বেচিকৈ শোওঁ—এলেগ্ৰাই ক'লে। তাই দেউতাকৰ কাষতে চোফাখনত বহি পৰিল। দেউতাকে তাইৰ পিঠিৰ ওপৰেদি হাতখন পাৰ কৰি সাবটি ধৰিলে—

কেনে আছা ?

খুব ভাল। এলেগ্ৰাই ক'লে আৰু দেউতাকৰ কান্ধত হালি পৰিল।

বাতি তুমি ইমান পলমকৈ কথাপাতি থকা উচিত নহয়। মিচেচ্ মেকলিয়ডে ঠিকেই কৈছে।

এলেগ্ৰাই দেউতাকলৈ চাই ওকোন্দ পাতিলে কিন্তু কোনো জবাব নিদিলে। দেউতাকে আকৌ এবাৰ সাবট মাৰি ধৰিলে। আৰু মাকে সেই দৃশ্য উপভোগ কৰি মোক ক'লে "তেওঁলোকে, সমনীয়াৰ দৰে ধেমালি কৰে।"

যিহওক, মই বিদায় লোৱাটোকে তেওঁলোকে কামনা কৰা যেন লাগিল। মোৰ সন্মুখত ছোৱালীজনীৰ লগত তেওঁলোকে আলোচনাৰ পুনৰ পাতনি মেলিবলে নুমি বুজি পালো। মই থিয় হলো আৰু লাহে লাহে তেওঁলোকৰ পৰা বিদায় ললো। একো যেন ভাওৰ ঘটনা হোৱা নাই যেনেকৈ অভিনয় কৰি বাৰান্দালৈ

শুনাই আছিলো। তেওঁলোক তিনিওজনে পিচে পিচে কথাবতৰাৰে আহিল। মন্তুৰ ছুলামিতাৰ সৌন্দৰ্যৰ বিষয়ে ইটো সিটো কথা পাতি মই পদূলিমুখ পাৰ হলো।

বাতি খোৱা টেবুলত বেণীক মই আবেলিৰ কথা একো নক'লো। অলপ পিচতে সি বাথৰুমলৈ গ'ল। গা ধুই নীলা পোছাক এযোৰ সলাই মোক মাত লগালে—"গুড্ নাইট্ মম্"।

গুড্ নাইট্ চন—মই ক'লো।

সি তাৰ আজ্ঞাৰ ঠাইলৈ গ'ল। মই বাবাক শুৱাই থৈ নিজৰ কোঠাত সোমালো আৰু দুৱাৰ বন্ধ কৰি ললো। আজি মই বাহিৰত বহি নেথাকো। আজি মই শুব পাৰিম।

* * *

তাই শুচি গ'ল—বেণীয়ে ক'লে।

মই সোনকালে সাৰ পাইছিলো আৰু লগে লগে উঠি আহিছিলো। তললৈ আহি দেখো যে পাকঘৰৰ টেবুলত সি বহি আছে। হাতত তাৰ একাপ কফি, বেচ কড়াকৈ তৈয়াৰ কৰি লৈছে।

তুমি শোৱা নাই? মই সুধিলো—মোলৈ চকু বগা কৰি সি উত্তৰ দিলে—মই কেনেকৈ শুম?

মই বহিলো আৰু মোৰ বাবেও একাপ কফি বাকি ললো।—কোৱা। তোমাৰ যি কবলগীয়া আছে সকলোখিনি কোৱা। আজি এটা সমিধান বিচাৰি উলিয়াব লাগিব।

মোৰ ল'ৰাক চাবলৈ ভয় লগা হৈছে। মুখখন শেতা, চকুযুৰি বগা আৰু ওঁঠযুৰি শুকান হৈ উঠিছে।

তুমি তাইৰ মাক দেউতাকক লগ ধৰি সকলো কথা ক'লাগৈ?

সঁচাত বাহিৰে বিন্দুমাত্ৰও মিছা কোৱা নাই—মই শান্তভাৱে কলো।

মোক বুজি উঠিবলৈ তেওঁলোকক আৰু কিছুদিন সময় দিব পাৰিলাহেঁতেন। তাৰ মাতত দৃঢ়তা আৰু কৰ্কশতা একেলগে ফুটি ওলাইছিল।"

সত্যকথাটো আগধৰি জনাটো তেওঁলোকৰ বাবেই ভাল! মই ক'লো। এনেওৰাই যদি মাক-দেউতাকৰ মতৰ বিপৰীতে তোমাক ভাল পাবলৈ আগবাঢ়ি আহে মই একোকে নকওঁ—মই শপত খাই কৈছো।

অন্ততঃ তুমি মোকেই সতৰ্ক কৰি দিব পাৰিলাহেঁতেন—সি যুক্তি দাঙি ধৰিলে।

মই হাবমনী বিধৱ তিৰোতা নহওঁ জানা, সকলো কথা জনাৰ পিচত তেওঁ-

লোকৰ প্ৰতিক্ৰিয়া বা অনুভূতি মই নিজ চকুৰে চাব লাগিব, চোৱাটো প্ৰয়োজন। তোমাৰ আৰু এলেপ্ৰাৰ ভালপোৱা যদি সমান গভীৰ নহয় তেন্তে তেওঁলোকৰ অনুভূতিক সন্মান জনাবই লাগিব। এই বিষয়ে মই নিঃসন্দেহ।

তাই সচাঁকৈ মোক ভাল পায়—সি অলপ সৰুকৈ ক'লে। তাই মোৰ আগত স্বীকাৰ কৰিছে।

তাইৰ সাধ্য অনুসৰি তোমাক ভাল পাব পাৰে। কিন্তু সেয়ে যথেষ্ট নহয়। এইটো ভালদৰে মনত ৰাখিবা। তাই যে কেৱল বয়সতে সৰু এনে নহয়, বহু বিষয়ত তাই সৰু। তাইক মই দোষ নিদিওঁ। তাই পৰিবেশ আৰু পৰিস্থিতি মানি চলিব লাগিব। তেওঁলোকৰ পৰিয়ালটোৰ যি ঐতিহ্য, যি পৰিবেশত তাইৰ জন্ম হৈছে, তাৰ কঠোৰ শিকলি ছিঙি তাই আঁতৰি যাব নোৱাৰে। কিন্তু তুমিতো সিমান সৰু হৈ জন্মা নাই। বিশাল পৃথিৱীখনৰ দৰে ডাঙৰ হৈ তুমি জন্ম লাভ কৰিছা।

থৈ দিয়া তোমাৰ বক্তৃতাবোৰ—সি ভোৰভোৰাই উঠিল।

মই তাৰ পিনে চালো—সুখৰ কথা যে তোমাৰ দেউতা বৰ্ত্তমান ইয়াত নাই।

দুয়ো দুয়োলৈ চালে।

এদিন তুমি মোৰ কথা শলাগিবা—মই ক'লো। অৱশ্যে শলাগিব নলগীয়া হলেই মই সুখ পাম। মাক-পিতাকৰ এইষাৰ সততে কোৱা কথা। জেৰল্ডৰ পৰা মোক আঁতৰত ৰাখিবলৈ যেতিয়া তেওঁ চেষ্টা কৰিছিল—মায়ে মোকো এই দৰে কৈছিল। কিন্তু আমি দুয়ো গভীৰভাবে প্ৰেমত পৰিছিলো—সেয়ে কোনেও আমাক আঁতৰাই ৰাখিব নোৱাৰিলে। মই জানি-শুনিয়েই মাৰ কথা উলঙ্ঘ কৰিছিলো—তুমি যদি আমাৰ মিলনত বাধা প্ৰদান কৰা মই কেতিয়াও তোমাক ক্ষমা নকৰিম—মই মাক কৈছিলো।

মোৰ সিদ্ধান্তই শুদ্ধ আছিল মাৰ নহয়। যদিও সেই ভয়াবহ চিঠিখন মোৰ ড্ৰয়াৰতে আছে, যদিও মই জানো যে মোৰ জেৰল্ডৰ মুখখন আৰু কাহানিও দেখিবলৈ নেপাওঁ—তথাপিও মই কম—মোৰ মতেই শুদ্ধ আছিল। মায়ে দেখুৱা পথ ভুল আছিল।

মই মোৰ ল'ৰাৰ মুখলৈ চাই আছিলো, তাৰ তীব্ৰ দৃষ্টি নিৰীক্ষণ কৰিছিলো—ইমান আঘাত পায়ো সি ইমান গৰ্ব্বেৰে থিয় হৈ আছিল।

তুমি মোক কিয় জন্ম দিছিলা মাক? সি সৰুকৈ ক'লে। অলপ পিছত এবাৰ উচুপি উঠিল আৰু কোঠাৰ পৰা আঁতৰি গ'ল।

• • •

ঘৰটোত নিবিড় নিস্তব্ধতা বিৰাজ কৰিছে। বাত্তিপুৰা বিছনাত সাৰ পাই মই অনুভৱ কৰিলো—যেন বেণী ঘৰত নাই। বাহিৰত তেতিয়া এন্ধাৰ পাতল ৰৰঘুণ। মই অনুমান কৰিলো—বেলি যথেষ্ট হৈছে। গাই কিজনী খীবাবৰ সময় হৈছে। এনে সময়তে বেণীৰ খোজৰ শব্দ অইন দিনাখন মই শুনিবলৈ পাওঁ। মই উঠিলো আৰু বেণীৰ কোঠালৈ যাবলৈ সাহস গোটাব ধৰিলো। জেৰজ্জৰ মুখখন মনত পেলাবলৈ বৰ যত্ন কৰিলো, কিন্তু নোৱাৰিলো। ঘনে ঘনে মনলৈ আহে তেওঁৰ আৰু মোৰ মাজত থকা শ শ মাইল বিস্তৃত স্থলপথ আৰু জলপথৰ বিৰাট ব্যৱধানৰ কথা।

লাহে লাহে বেণীৰ কোঠাটোত সোমাই পৰিলো। বিচনাখন খালি, কিন্তু বেচ পৰিপাটিকৈ ৰখা হৈছে। দেখিলো গোটেই কোঠাটি পৰিপাটিকৈ সজোৱা আছে। মোৰ ভয় লাগিল। অইন দিনাখন বাত্তিপুৰা দেখোঁ তাৰ কাপোৰবোৰ চকীত দ'ম হৈ পৰি থাকে, জোতা-চেণ্ডেলবোৰ সিচৰিত হৈ থাকে। তাৰ কাপোৰ থোৱা আৰু সলোৱা সৰু কোঠাটিলৈ বেগাবেগীকৈ খোজ দিলো। সেইটোও খালি হৈ আছে যদি কি হব বাৰু? উহ, ৰক্ষা! তাৰ পেণ্ট-চার্টবোৰ দেখি বৰ আনন্দ লাগিল। তাৰ চুটবোৰ হিচাপ কৰি চালো বাকীবোৰ আছে কেৱল নীলাৰঙৰ দামী চুটযোৰ নাই।

তাৰপিচত এটা সময়ত তাৰ পঢ়া টেবুলৰ কাষ পালো। টেবুলৰ মাজতে এখন কিতাপ জপাই থোৱা আছে যদিও ভিতৰত এটি খাম দেখা পালো। সেয়া দেখোন মোলৈ লিখা চিঠি! 'মম্‌' বুলি সম্বোধন নকৰি 'মাদাৰ' বুলি লিখিছে। চিঠিখন পঢ়িবলৈ মই থিয় হৈ ৰব নোৱাৰিলো। চকী এখনত বহি পৰিলো।

ডিয়েৰ মাদাৰ,

মই এলেগ্ৰাক বিচাৰি ওলালো। মই তাইৰ লগত অকলে কথা পাতিব লাগিব—তাই কিয় সলনি হৈ গ'ল। মোক বিচাৰি কলৈকো নেযাবা। চিঠিও নিলিখিবা, টেলিফোনো নকৰিবা। ঘৰলৈ উভটি আহি তোমাক লগ ধৰিম।

—"বেণী"

মই এলেগ্ৰাইতৰ ঘৰলৈ যোৱাৰ পিচদিনাখনেই মাক-দেউতাকে তাইক আতৰলৈ লৈ গৈছিল। তেতিয়াৰ পৰা বেণীয়ে মোৰ লগত খুব কম কথা পাতিছে। এতিয়া অপেক্ষা কৰাৰ বাহিৰে একো কৰিবলগীয়া নাই। ভাগ্য !:।ঐ যে বাবা মোৰ লগতে আছে। নহলে মই একেবাৰে সঙ্গীহীন হৈ পৰিলোহেঁতেন। মই পা-পা খুই বাত্তিপুৱাৰ খোৱাখিনি তৈয়াৰ কৰি থাকো। মোৰ

[illegible] [illegible] এটা [illegible] পৰিণত হ'ল। নিজৰ দেশতে ইমান [illegible] আছি নাই। প্ৰতিজনেই নিজৰ বাৰ্দ্ধক্য অৱনতে বিচৰণ কৰি ফুৰিছে। কাৰো লৈতে কোনো আলোচনা নাই, সুখ-দুখৰ ভাগ গ্ৰহণ কৰিবলৈ কাৰো কোনো সময় নাই, ৰাজ্যৰ সীমাই আমাকো ভাগভাগ কৰি পেলাইছে। কেন্‌চাচৰ পৰা মই ইমান দূৰত পিকিঙৰ পৰাও সিমানেই। বৰং পিকিঙৰ পৰা বেচি, কিয়নো মোৰ স্মৃতি তেতিয়া বিশাল সমুদ্ৰৰ ঢৌ অতিক্ৰম কৰি যাব লাগিব।

হঠাৎ বাবাৰ কণ্ঠস্বৰ শুনি মোৰ চিন্তাত আউল লাগিল। লগে লগে মই ওপৰলৈ উঠি গলো। তেওঁ বিছনাত শুই আছে। উৰা কাপোৰখন ভিজিত [illegible] লাগিছে—ক'লা চকুযুৰি বিভ্ৰত অৱস্থাত থকা যেন লাগিল।

মই উঠিব পৰা নাই—তেওঁ লাহেকৈ ক'লে।

গা বিষাইছে নেকি বাবা? মই সুধিলো।

"নাই বিষোৱা" অস্পষ্ট কণ্ঠেৰে ক'লে।

শুই থাকা মই ডাক্তৰক মাতি পঠাওঁ—বুলি কৈ মই টেলিফোনৰ ডায়েল ঘূৰালো। বেলি বেচি হোৱা নাছিল, গতিকে ডাঃ ক্ৰচক ঘৰতে পালো। তেওঁ অলপ পিচতে আহিব বুলি কলে। খবৰটো মই বাবাক দিলো আৰু তেওঁৰ কোঠাটো পৰিষ্কাৰ কৰি থলো। ৰাতি বাবাৰ কোঠাৰ খিৰিকি বন্ধ থাকে। পুৱাই অলপ সময় খিৰিকি খুলি দি ব'দ সোমাবলৈ দিওঁ। পিচত আকৌ বন্ধ কৰি থওঁ, বাবাৰ কোঠাটোত চেঁচা বতাহ সোমাব দিব নোৱাৰি।

ডাঃ ক্ৰচৰ ভৰিৰ শব্দ তলত শুনা গ'ল। তেওঁ ওপৰলৈ আহিল।

গুড্ মৰ্নিং এলিজাবেথ—তেওঁ ক'লে।

এয়া প্ৰথম বাৰলৈ তেওঁ মোক নাম কাঢ়ি সম্বোধন জনালে। মই অলপ আচৰিতেই হলো।

গুড্ মৰ্নিং—মই ক'লো। এয়া বাবা, ইয়াতেই শুই আছে।

বাবাই ডাক্তৰৰ পিনে চালে। বাবালৈ চালে পুতৌ জন্মে।

ৰোগীৰ কাষতে ডাক্তৰ বহি পৰিল আৰু ৰোগী পৰীক্ষা কৰাত লাগিল। এজন সুচিকিৎসকে যিদৰে তেওঁৰ ৰোগীক পৰীক্ষা কৰে, যি মনোযোগেৰে পৰীক্ষা কাৰ্য্য সম্পন্ন কৰে তাত সচাকৈ এটা মাদকতা আছে। মই কৃতজ্ঞ চিত্তেৰে ডাঃ ক্ৰচৰ পৰীক্ষা-নিৰীক্ষাৰ কাম চাই আছিলো। তেওঁ ৰোজ অনাই আমেৰিকান। তেওঁ কিয় চিৰকুমাৰ হৈ থাকিল ভাবি আচৰিত হওঁ। তেওঁক বুজিবলৈ আগ্ৰহ থকা যি কোনো [illegible] এজন আদৰ্শ স্বামী [illegible]। [illegible]

তাৰমণ্টবাসীৰ দৰে জেঁঙৰ গাতল আৰু গ্ৰহ, কিন্তু যেচ পইনি। তেওঁৰ চকুৰ মণিটো ধৰিবলৈ অলপ টান। বৃদ্ধ ৰবণৰ চকুযুৰি লাহে লাহে যেন নীলা হৈ আহিব ধৰিছে। চুলিবোৰ বাদামী ৰঙৰ আৰু পোন ঠিক তেওঁৰ নাক আৰু মুখৰ দৰেই। হাঁহিলে গোটেই মুখখনৰে ৰূপ সলনি হৈ যায়। অভাৱী মানুহজনৰ লগতে খণ্ড হুঠে। মুঠতে ভাল মানী হব পৰা আটাইখিনি গুণেই তেওঁৰ গাত আছে। মোৰ চীনা মনটোত হঠাতে এটা কৌতূহল জাগে, তেওঁ কেলেই বিয়া কৰোৱা নাই—জানিবৰ মন যায়। চীনদেশৰ মানুহ ভিতৰত সকলো কথাকে গাতিম পাৰি।

বাবাৰ গাত সন্তৰ্পণে কাপোৰখন ঢাকি দি তেওঁ ক'লে—বেচি চিন্তাৰ কাৰণ নাই। তেওঁৰ সম্পূৰ্ণ জিৰণিৰ প্ৰয়োজন হৈছে। তেওঁ এতিয়া শুব। সেইবাবে নিৰক।

বাবা ইতিমধ্যে টোপনিত পৰিল। তেওঁক তাতে এৰি আমি তলৰ বহা কোঠালৈ নামি আহিলো।

আপোনাৰ ব্ৰেকফাষ্ট হ'ল জানো? মই সুধিলো।

নাই হোৱা—ক্ৰচে ক'লে।

ময়ো খোৱা নাই। গতিকে একেলগে ব্ৰেকফাষ্ট কৰো আহক। মই অকলশৰে আছো, বেণী নাই।

নাই মানে?

কিছুদিনলৈ নাই বুলিয়ে ক'ব পাৰো। কেতিয়া আহিব নেজানো। লগে লগে এলেগ্ৰাৰ কথা মই ডাক্তৰৰ আগত কলো। তেওঁ এটা কপট হাঁহি মাৰি ক'লে, সি উভটি আহিব, বুজিছে, আমি সাধাৰণতে মাৰ ওচৰলৈকে উভটি আহোঁ। ছোৱালীজনী আপোনাৰ নিচিনা নহয় যদি—

মই ভালদৰে জানো, এলেগ্ৰা মোৰ দৰে নহয়—মই ক'লো।

টেবুলত ব্ৰেকফাষ্ট যোগাৰ কৰাত মই মনোনিবেশ কৰিলো। তেওঁলৈ দুটা কণী দি মই এটা ললো। কুকুৰাকেইজনীয়ে কণী দি থকাত মনটো ভাল লাগি গ'ল। নতুন কণী কেইটা মোৰ বৰ ভাল লাগে যদিও কুকুৰাকেইজনী মই দেখিব নোৱাৰো। আকৌ নতুন কণী পাবলৈ হলে কুকুৰা পুহিবই লাগিব। কফি, পাউৰুটি আৰু ফল—এয়েই সাধাৰণতে মোৰ প্ৰিয় ব্ৰেকফাষ্ট।

দুয়ো টেবুলৰ দুই মূৰে বহি খোৱা আৰম্ভ কৰিলো। লগতে মই ভাবি থকা কথাটিও সুধি পেলালো—আমাৰ বিবাহিত জীৱন ইমান সুখৰ আনে জানো; সেইবাবেই সুধিছো—আপুনি কিয় ইমান দিনলৈকে বিয়া কৰোৱা নাই।

মই বৰ ব্যস্ত—কটী এটুকুৰাত কামোৰ মাৰি তেওঁ উত্তৰ দিলে।

এইটো অৱশ্যে মোৰ কৰ্ত্তব্য নহয়—কিন্তু কৈ যাওক—তেওঁ ক'লে। মোৰ জীৱনটো তেনেই সাধাৰণ। তাত কোনো গোপনীয়তা নাই।

আপোনাৰ এগৰাকী স্ত্ৰী থকাহেঁতেন সময় সঁচাকৈ নেবাচিলহেঁতেন নে?

ওহোঁ। মই তেওঁৰ কথা চিন্তা কৰিব লাগিলহেঁতেন, তেওঁৰ সঙ্গী হৈ ফুৰিব লাগিলহেঁতেন।

বৰ্ত্তমানৰ অৱস্থাতে থাকিয়ে আপুনি জানো সুখ পাইছে?

নেজানো। সুখ পোৱা বুলি ধৰি লৈছো। মই নিজকে সোধা নাই প্ৰশ্নটো।

মই তেওঁৰ বাবে দ্বিতীয় কাপ কফি বাকি দিলো।

তেওঁৰ প্ৰকাশ কৰিবৰ মন নেথাকিলে মই হেজাৰবাৰ সুধিলেও তেওঁ মনৰ কথা নকব। সেইটো ভাৰমণ্টবাসী সকলৰ সাধাৰণ নিয়ম।

ডাক্তৰ বিদায় হ'লত—হঠাতে মোৰ চকুলৈ পানী আহিল। জেৰল্ডৰ স্মৃতিয়ে হঠাতে মোক কন্দুৱাই দিলে। আজি কেবা মাহৰ পৰাই মই একেটা কাৰণত মনে মনে কান্দি আছো। অথচ জানো যে মোৰ এই কান্দোন অৰ্থহীন, ইয়াৰ বিনিময়ত মই পাবলগীয়া একোৱেই নাই। পিকিঙৰ সেই ঘৰটোৰ দুৱাৰকিখন মোৰ কাৰণে চিৰদিনলৈ বন্ধ হৈ গৈছে।

চকুপানী মচি মচি মই ওপৰলৈ গলো বাবাক চাবলৈ। বাবা গভীৰ টোপনিত নিমগ্ন। বাবায়ো তেন্তে এতিয়া মোক নিবিচাৰে।

* * *

আজি শনিবৰীয়া বজাৰখিনি কৰি যেতিয়া মই ঘৰলৈ উভটি আহো—মনটো বেচি অকলশৰীয়া লাগিল। বজাৰো নাম মাত্ৰ, কিয়নো বাবাৰ খাদ্য কেচুৱা এটিৰ দৰেই হৈছে গাখীৰ, কটী বা অলপ ভাত আৰু কেইচকলমান ফল। আহোতে বাটত ক'লা মাইকী ভেৰাছাগলী এজনী আৰু বগা ৰঙৰ দুটা মজা পোৱালি দুটাৰ লৈতে ঘাঁহ খাই থকা দেখি মুগ্ধ হৈ ৰলো। কিয় জানো সেই দৃশ্যটি মোৰ বৰ ভাল লাগি গল। মই গাড়ীখন ৰখাই নামি আহিলো আৰু মাকজনী আৰু পোৱালি দুটা ভালদৰে নিৰীক্ষণ কৰিলো। ওপৰত ৰ'দ বৰ চোকা নাছিল, চীনত সূৰ্য্যৰ উত্তাপ বৰ বেচি। নিৰ্জন ঠাই ডোখৰত শিল এচটাৰ ওপৰত মই বহি পৰিলো। ভেৰাছাগলীজনীয়ে সন্ত্ৰস্ত ভাবে এটা মৃদু চিএৱৰ দিলে আৰু লগে লগে পোৱালি দুটা মাকৰ কাষলৈ লৰি গ'ল।

মোক ভয় নকৰিবা—মোৰ মুখৰ পৰা ডাক্তৰকৈ ওলাই গ'ল। মই যে সঁচাকৈ কিমান অকলশৰীয়া হৈ পৰিছো এতিয়াহে গম পালো। পিচমুহূৰ্ত্তে মই ঠিক কৰিলো যে ভেৰাছাগলীজনী মই কিনি নিব লাগিব। ইয়াতে পাহাৰৰ ওপৰত থকা মোৰ চৌহদটোৰ ঘাঁহখিনি খাই ধুনীয়া কৰি ৰাখিব।

ইয়াকে ভাবি মই ভেৰা-ছোগলীজনীৰ মালিকৰ ঘৰ অনুসন্ধান কৰিলো। ছাগলীজনীৰ পিচে পিচে গৈ অলপ ওচৰতে মালিকজনৰ ঘৰ ওলালোগৈ। মানুহজনক মই চিনি পাওঁ। দুখীয়া আৰু সোৰোপা বিধৰ মানুহ তেওঁ। মই যোৱা সময়ত টেবিল এখনত তেওঁ ৰং দি আছিল। মোক দেখি তেওঁ পোন হ'ল আৰু বিশেষ সম্ভাষণ নজনাই 'কি লাগে' বুলি সুধিলে। ময়ো সম্ভাষণ নজনাই আচল কথা ক'লো—ক'লী ভেৰাছাগলীজনী আৰু বগা পোৱালি দুটা বিক্ৰী কৰিব নেকি ?

কৰিব পাৰো—তেওঁ ক'লে।

দাম কিমান কৰিছে—মই সুধিলো।

মই নিশ্চিত যে তেওঁ মোক চিনি পায়। তেওঁ হয়তো জানে ওচৰৰে টিলাটোত থকা বিধবা মানুহজনী বা গিৰিয়েক যিহেতু চীনত থাকে প্ৰায় বিধবাৰ দৰেই বুলি। কিন্তু তেওঁ কোনো প্ৰকাশ নকৰিলে।

দাম মই ঠিক কৰা নাই। ভাবিব লাগিব—তেওঁ ক'লে।

সেয়ে হব। আবেলি মই ঘৰতে থাকিম।

মই ভবামতে সিদিনা আবেলি মানুহজন নাহিল। দুদিন পিচত আজি ৰাতি পুৱা মানুহজন ওলাইছেহি। লেতেৰা ৰচী এডালেৰে ভেৰাছাগলীজনী বান্ধি লৈ আহিছে।

নগদ দিব লাগিব দহ ডলাৰ আৰু বাকীখিনিৰ বাবে অলপ মেপলৰ চিৰাপ—মানুহজনে ক'লে।

দাম-দৰ কৰি লাভ নাই বুলি মই জানো আৰু সেয়ে তেওঁ কোৱা দামতে ভেৰাছাগলীজনী আৰু পোৱালি দুটা কিনি ললো। সিহঁতে ইতিমধ্যেই ঘাঁহ খোৱা আৰম্ভ কৰিছে। মই এটা নতুন ধৰণৰ স্বস্তি অনুভব কৰিলো। মোৰ অকলশৰীয়া জীৱন মাকজনী আৰু পোৱালি দুটাই ভালেখিনি ঠাই দখল কৰি ললে। এইবোৰ সৰু সুৰা দোলেৰে জীৱনটোক পৃথিৱীৰ সৈতে সাঙুৰি দি মই দিন অতিবাহিত কৰিব লাগিব নহলে মই ছিন্নমূল হৈ যি কোনো মুহূৰ্ত্ততে ওফৰি পৰিব লাগিব। জীয়াই থকাৰ ধাই ডোলডাল ইতিমধ্যে ছিগি গৈছে। নহয়,

ছিপি খোৱা নাই, কিন্তু ইয়াত নাই। সেই তোলস্তোয়ৰ সমাধি হৈছে ইয়াৰ পৰা বন্ধু-ও দূৰৈত, মোৰ আৰু জেৰল্ডৰ যুগ্ম জীৱন আৰু আমাৰ দাম্পত্য প্ৰণয়ৰ সৈতে।

* * *

মই ধাৰ্মিক নহওঁ—মই এদিন জেৰল্ডক কৈছিলো। সিদিনা গধূলি জেৰল্ডে মোক প্ৰশ্ন কৰিছিল—চীনা দেৱতাসকলক লৈ তুমি সন্তুষ্ট হৈ থাকিব পাৰিবানে?

তুমি?—মই সুধিছিলো।

মই ছুৱোটা নিয়মত চলিবলৈ শিকিছো—তেওঁ ক'লে। কেতিয়াবা এনে হয় যে মই কোনো দেৱতাতে বিশ্বাস নকৰো। আকৌ কেতিয়াবা মই সকলোবোৰ দেৱতাৰ কথাকে বিশ্বাস কৰো।

এই ছুটাৰ ভিতৰত লস্তৱ মই সকলো দেৱতাৰ কথা বিশ্বাস কৰিবলৈ শিকিম মই ক'লো।

প্ৰেমত পৰা তিৰোতাৰ নিজস্ব বুলি কোনো বস্তু নেথাকে। ময়ো নিজকে—হেৰুৱাই পেলাইছিলো। জেৰল্ডে যি বিশ্বাস কৰে ময়ো কৰিছিলো। তেওঁ যাক পূজা কৰে মইও কৰিছিলো আৰু কৰি আনন্দ পাইছিলো। কেতিয়াবা তেওঁ পূজা-সেৱা একো নকৰে—তেওঁৰ বিশ্বাসটো আত্মাৰ গভীৰ উপলব্ধিৰ ওপৰত প্ৰতিষ্ঠিত নহয়, মন আৰু ইচ্ছা গলে তেওঁ ভগবানৰ কথা ভাবে। গতিকে তেওঁৰ মানসিক পৰিস্থিতিলৈ লক্ষ্য ৰাখি মই আলোচনাৰ পাতনি মেলা অভ্যাস কৰিছিলো। কেতিয়াবা নগৰৰ বাহিৰত বহুদূৰলৈ আমি গাৰ্ড ৰ চীনখন চাবলৈ ভ্ৰমণ কৰিছিলো। এদিন আলিৰ কিনাৰত থকা মন্দিৰ এটাত এজন হোজা খেতিয়ক মূৰ দোঁৱাই থকা দেখি আমি ৰৈ গলো। মন্দিৰৰ ভিতৰত দেৱতাৰ ছুটা মূৰ্ত্তি দেখিলো—এটা পুৰুষ আনটো নাৰী মূৰ্ত্তি, যুগল মূৰ্ত্তি। সৰ্বসাধাৰণ চীনা লোকৰ মানত যুগলমূৰ্ত্তি নহলে দেৱতাৰ অকলশৰীয়া মূৰ্ত্তি থাকিব নোৱাৰে। সেইটো প্ৰকৃতিৰ নিয়মৰ বাহিৰৰ কথা বুলি তেওঁলোকে বিশ্বাস কৰে। যুগলমূৰ্ত্তিৰ চৰণত ধূপ এডাল জ্বলাই দি খেতিয়কজনে গুণগুণাই কিবা প্ৰাৰ্থনা কৰিলে। সেই দৃশ্যটো মোৰ আজিও মনত আছে।

মই জেৰল্ডক ক'লো—আমিও এইদৰে বিশ্বাস সহকাৰে প্ৰাৰ্থনা কৰিব পাৰোনে?

নোৱাৰাৰ কোনো কাৰণ নাই—তেওঁ ক'লে। কথা হৈছে ভগবানৰ পৰা আমি বিশেষ একো নিবিচাৰো। অভাৱৰ পৰা বিশ্বাসৰ উৎপত্তি হয়। আমাৰ একো অভাৱ নাই।

সেইটো সত্য। কিয়নো এই অভাবৰ পৰাই মই উপলব্ধি কৰিছো যে মই প্ৰাৰ্থনা কৰিব লাগিব। বেণীক দেখেখি মন উত্ৰাৱল হৈ থকাৰ বাবে মই প্ৰতি নিশা তাৰ কোঠালৈ যাওঁ—আৰু ভয়াবহ নীৰৱতাৰ মাজত মৌনভাবে থিয় হৈ তাৰ হকে ভগবানৰ ওচৰত প্ৰাৰ্থনা কৰো। মোৰ সেই আকুল প্ৰাৰ্থনা কোনোবাই শুনিছে নে নাই নেজানো। কিন্তু প্ৰাৰ্থনাৰ পিচত অন্তৰখন কিছু শান্ত আৰু পাতল হোৱা যেন পাওঁ।

এতিয়ালৈকে মই বেণীক বিচাৰি টেলিফোনটো তুলি লবলৈ কোনো চেষ্টা কৰা নাই। এলেগ্ৰাইতৰ ঘৰলৈ ফোন কৰি 'বেণী তাত আছেনেকি' আৰু পিচত মই তাৰ লগত কথা পাতিব খোজো ইত্যাদি কথা অনায়াসে পাতিব পাৰোঁ। কিন্তু মই নেপাতো। সিযে মোক ক্ষমা নকৰিব অকল এই বাবেই নহয়, মই যে অকলশৰে থাকিবলৈ অভ্যাস কৰিব লাগিব। এই বাবেও মই ফোন কৰা কথা সম্বন্ধতে ভৰা নাই।

এনেতে বাবাৰ মাত শুনি মই তেওঁৰ কোঠালৈ গলো। বাবা মজিয়াত পৰি আছে। বিছনাৰ পৰা উঠি খোজ দিবলৈ চেষ্টা কৰোতে তেওঁ পৰি গল আৰু অসহায়ভাবে মজিয়াতে পৰি আছে। তেওঁক থিয় কৰাই দিলো, লগে লগে তেওঁ মোক বাহিৰলৈ যাবলৈ ইঙ্গিত দিলে। তেওঁ গা ধোৱা সময়ত আৰু কাপোৰ সলোৱা সময়ত মোক ওচৰত থাকিব নিদিয়ে। চোলাৰ পৰা অনা চোলাটো পিন্ধিবৰ সময়ত কেবল তেওঁ মোক মাতিব গলৰ বুতামটো মাৰিবলৈ। গতিকে মই বাহিৰত অপেক্ষা কৰি থাকিলো আৰু তেওঁ মাতিলত ভিতৰলৈ গৈ চোলাৰ বুতামটো মাৰি দিলো।

তেওঁ দুপৰীয়াৰ খানা খাব বুলি ক'লে। বাবাক এতিয়া যথেষ্ট ভাল আৰু সুখী যেন লাগিছে। ডাঃ ক্ৰচৰ ঔষধে কাম দিছে। দেৱতাসকল দয়ালু নহয় বুলি কোনে কয়?

*　　　*　　　*

—বেণী ঘৰলৈ আহিছে। মই যেতিয়া প্ৰতিবাদ কৰিবলৈ এৰি দিলো অন্তৰখন আপোনা আপুনি শান্ত হৈ পৰিল। মই যেতিয়া অদৃষ্টক ধিয়াই নিজকে কালৰ সোতত এৰি দিলো আৰু প্ৰাৰ্থনা পৰ্য্যন্ত কৰিবলৈ এৰি দিলো, বিশ্বব্ৰহ্মাণ্ডৰ এক অপাৰ্থিৱ শূন্যতাই মোক আগুৰি ধৰিলে। সি যোৱা নিশা আহিল, বেড-পলস্টৰ্কে আহিছে। মই গভীৰ টোপনিত আছিলো যদিও ঘৰত ন্যূনতম শব্দ হলেই সাৰ পাওঁ। বাহুনীঘৰৰ দুৱাৰখন মেল খোৱা শব্দ শুনিয়ে মই গম পালো

যে সেয়া বেণী, কিয়নো সেই তলাটোৰ এপাত চাবি তাৰ হাতত আছে। মই শুই শুই অনুমান কৰিলো যে এতিয়া ফ্ৰিজটো খোলা আৰু বন্ধ কৰা শব্দ শুনিবলৈ পাম—এবা ঠিকেই, মই ভবামতেই শব্দ শুনিছো। মই বাৰু কি কৰা উচিত? বিচনাৰ পৰা জপিয়াই গৈ তাক সাবট মাৰি ধৰিবৰ মন গৈছিল। কিন্তু নিৰ্জন ঘৰটোত অকলে থাকি মই সতৰ্ক হবলৈ শিকিছো। মই কি দিবলৈ ইচ্ছা কৰো সেয়া এতিয়া ঘাই কথা নহয়—ঘাই কথা হৈছে সি কি গ্ৰহণ কৰিব বিচাৰে। এবাৰ সি ঘৰৰ পৰা ওলাই গৈছে। গতিকে পুনৰ সেইদৰে গুচি যাবলৈ সি আৰু সঙ্কুচিত নহব। মোক এৰি, তাৰ ঘৰ এৰি আঁতৰত কাম কৰিবলৈ সি শিকিছে। মই তাৰ ওচৰলৈ নেযাওঁ। সিয়ে বিছনাত শুই শুই মোৰ কথা যি ভাবে ভাবক। ৰাতিপুৱা সি মোক চক খুৱাব পাৰে, ময়ো আচৰিত হোৱা ভাও জুৰিব লাগিব। শৈশৱৰ মিলাপ্ৰীতিৰ দিনবোৰ আৰু ঘূৰি নাহে।

গতিকে মই বিচনাৰ পৰা উঠিবলৈ কোনো চেষ্টা নকৰিলো। কিন্তু কাণ দুখন সজাগ কৰি ৰাখিলো। সি খোৱা টেবিলত বহা শব্দ শুনিলো, চকী এখন টানি লৈছে। প্লাচ আৰু চামুচৰ শব্দও কাণত পৰিল। সি ভালদৰে খাইছে, কিয়নো সময় আধাঘণ্টাতকৈও অলপ বেচি হোৱা যেন লাগিল। পাকঘৰৰ দুৱাৰ বন্ধ কৰি ওপৰলৈ উঠি তাৰ শোৱা কোঠালৈ অহাও গম পালো। তাৰ পিছত বাথৰুমত গা ধুলে, টেপটো সম্পূৰ্ণ খুলি দিলে, পানী জোৰেৰে পৰিব আৰু মই সাৰ পাম বুলিয়ে কিজানি অলপকৈ খুলি সি গা ধুলে। সি মই সাৰপোৱাটো ইচ্ছা কৰা নাই যেন লাগিল। মই উঠি নগৈ ভালেই কৰিলো তেনেহলে। মই তাৰ কোঠালৈ এনেকি তাৰ টোপনি অহা অৱস্থাতো নেযাওঁ। কিন্তু সি যে ঘৰলৈ উভটি আহিল। ভাবিয়ে মোৰ কিমান ভাল লাগিছে। ভগবানক সেইবাবে সৰ্বান্তঃকৰণে ধন্যবাদ জনাইছো।

যেতিয়া কেউপিনে নীৰৱতা বিৰাজ কৰিব তেতিয়া শুম, এই বুলি নিজকে কৈছিলো যদিও তাৰ খবৰ নোলোৱাকৈ মোৰ কেনেকৈ টোপনি আহিব বাৰু? তথাপিও মই তাৰ ওচৰলৈ যাব নোৱাৰো। তাৰ কোঠাটো আৰু মোৰটোৰ মাজত মাত্ৰ এটা কোঠাৰ ব্যৱধান যদিও মোৰ পৰা জেৰল্ড যিমান আঁতৰত আছে বেণীকো সিমান আঁতৰত থকা যেন লাগিছে। সি এতিয়া ডাঙৰ হৈছে মই জানো। সি মোক কি হিচাপে পাবলৈ বিচাৰে তাৰ নিজ মুখৰ পৰা শুনিবলৈ মই বাট চাম। খুব সম্ভৱ তাক মাকৰ প্ৰয়োজন নাই, প্ৰয়োজন হয়তো এজন বন্ধুৰ, এগৰাকী বয়সীয়াল তিৰোতা বন্ধুৰ। কিবা ঘটনাচক্ৰত মাক হৈছিলো যদিও সেই কথা এতিয়া পাহৰিব লাগিব।

মোৰ টোপনি অহা নাই। মই ভবাতকৈ বহু মন্থৰ গতিত ঘড়ীৰ কাটা ঘূৰিব লাগিছে। মাত্ৰ এঘণ্টা আৰু দহমিনিট হ'ল সি আহিবৰ। এনেতে মোৰ দুৱাৰৰ হেন্দেলটো লাহেকৈ ঘূৰোৱা শব্দ শুনিলো। মই থৰ হৈ পৰি ৰলো আৰু লাইটটো জ্বলাবৰ চেষ্টাও নকৰিলো। মই স্পষ্ট দেখিলো ৰেণীয়ে বগা উলৰ চোলাটো পিন্ধি ওচৰত থিয় হৈ আছে। মই অতি সহজভাবে সুধিলো—ৰেণী? যেন কাহানিও আঁতৰি যোৱাই নাই—সেইদৰে অতি সহজভাবে সুধিলো—

কোন সেয়া, ৰেণী হয় নে?

ৰেণী নহৈ কোন হব আৰু? তথাপি এনেবোৰ নিৰৰ্থক প্ৰশ্নৰ দ্বাৰা জটিল মুহূৰ্তবোৰ কেতিয়াবা অতিক্ৰম কৰা যায়। ৰেণীৰ পৰা সহজভাবে উত্তৰ আহিল—

কেনে আছা মা?

ভালেই আছো। তুমি এইমাত্ৰ আহিলানেকি?

নহয়, মই পাকঘৰত অলপ থাই আছিলো। সি বিচনাৰ ওচৰলৈ আহিল আৰু এঁঠাতিত বহি ললে। জোনৰ পোহৰত দুয়ো দুয়োৰে মুখলৈ চালে।

লাইটটো জ্বলাই দিম নেকি? মই সুধিলো। নেলাগে, সি ক'লে। তোমাৰ যদি শুবলৈ মন যোৱা নাই আমি এইদৰে বহো। মই জগালোনেকি তোমাক বাৰু?

খুব সম্ভৱ টোপনিয়াই থকা ভাও জুৰি মই ক'লো। হওক বাৰু মই আগৰদৰে খুব পুৱাই আজিকালি বিচনাৰ পৰা নুঠো। গাইকিজনী ম্যাটে থীৰায়।

সকলো ঠিকেই আছেনে? সি সুধিলে।

অলপ উদাসীন হবলৈ যত্ন কৰি মই ক'লো—মই এজনী ক'লা ভেৰা ছাগলী ছুটা বগা পোৱালিৰে সৈতে কিনিছো। এতিয়া ঘাঁহবোৰ চুটি কৰা কাম মোৰ সলনি সিহঁতে কৰে।

মই জোনৰ পোহৰত দেখিছো সিহঁত কেইটাক।

হঠাৎ অনুমান হ'ল আমাৰ যেন ক'বলগীয়া আৰু একো নাই। অন্তৰত বহু কষ্টে বন্ধ কৰি ৰখা প্ৰশ্নবোৰ সুধিবলৈ মোৰ মন যোৱা নাই। ৰেণীয়ে যি ক'বলৈ ইচ্ছা কৰে তাৰেহে মই উত্তৰ দিম। পিচৰ প্ৰশ্নটিৰ বাবে সেইবাবে মই সমূলি সাজু নাছিলো।

মই ক'ত আছিলো তুমি যেখোন একো নুসুধিলা মা?

তুমি মোলৈ চিঠিৰে জনাব পাৰিলাহেঁতেন—মই ক'লো।

পৰা হ'লে মই লিখিলোহেঁতেন—সি ক'লে। মই ক'ব আহিছিলো যেইটো সুখৰ কথা নহয়। মা, মোক কিয় বাক উপজিবলৈ দিলা? এই কথা তোমাক আগতেও সুধিছো?

সুধিলেও মোৰ উত্তৰলৈ তুমি অপেক্ষা নকৰিলা—মই তাক মনত পেলাই দিলো।

এতিয়া মই অপেক্ষা কৰিম—সি ক'লে।

প্ৰশ্ন যিমানবোৰ আছে সিয়েই কৰিব—মই নকৰো। মই সৰল আন্তৰিকতাৰে উত্তৰ দি যোৱাটোকে স্থিৰ কৰিলো।

তোমাৰ দেউতা আৰু মই দুয়ো দুয়োকে গভীৰ ভাবে ভাল পাওঁ; আৰু যেতিয়া দুজন স্বাস্থ্যবান ডেকা বয়সৰ লোক—এজন পুৰুষ, আনজনী নাৰী—প্ৰণয়পাশত নিবিড়ভাবে আবদ্ধ হয় তেতিয়া তেওঁলোকৰ একেটা মাথোন আশা বাকী থাকে, সেয়া সন্তান লাভ।

ইয়াৰ তাৎপৰ্য মোৰ ক্ষেত্ৰত কি হব পাৰে তোমালোকে ভাবি চোৱা নাছিলাহেঁতেন।

কি নিষ্ঠুৰ কথা!

তোমাৰ দেউতাৰাই এই কথাটো নভবা নহয়। কিন্তু ময়ে কৈছিলো এই সন্দেহ অমূলক বুলি। মই কৈছিলো যে আমাৰ সন্তান ইমান স্বাস্থ্যবান, ইমান বুদ্ধিমান আৰু আত্মনিৰ্ভৰশীল হব যে যিকোনো পৰিস্থিতিৰ সন্মুখীন হবলৈ সি সাজু থাকিব আৰু সকলোতে বিজয়ী হব।

মই জোনৰ পোহৰতে অনুমান কৰিলো যে তাৰ চকুহাল উজ্জলি উঠিছে।

সি ক'লে—মই যেতিয়া চীনত আছিলো—সকলোৱে মোক বিদেশী বুলিছিল। মই তেতিয়া বিশেষ একো ভবা নাছিলো। কাৰণ মই ভাবিছিলো মোৰ এখন দেশ আছে—নিজৰ দেশ। আমেৰিকাই মোৰ দেশ বুলি মই ভাবিছিলো।

ইয়াৰ মানুহবোৰ তোমাৰ প্ৰতি মৰমীয়াল—মই ক'লো। জিভা আৰু ওঁঠযুৰি বৰ শুকান হৈ পৰা যেন লাগিল।

দয়া বা মৰম মোক নেলাগে। মোক লাগে ভালপোৱা।

তাকো তুমি যথেষ্ট পাইছা—মই ক'লো। দেউতাৰাই তোমাক কিমান ভাল পায়! মই কিমান ভালপাওঁ! অইনলোকেও তোমাক ভাল পাব দেখিবা—এদিন কোনো গাভৰু একান্তভাৱে কাৰোবাৰ পৰাও সেই ভালপোৱা তুমি লাভ কৰিবা।

এলেগ্ৰাই মোক ভাল পাবলৈ অনুমতি পোৱা নাই, সি ক'লে। মাক দেউতাকে সেইটো নিষেধ কৰি দিছে।

—তাই জানো অবাধ্য হব নোৱাৰে? মই সুধিলো। মোৰো মায়ে মোক মানা কৰিছিল দেউতাৰাক ভাল পাবলৈ। কিন্তু মইতো শুনিলো। আৰু তাৰ বাবে মই কেতিয়াও অনুতাপ কৰা নাই।

সঁচা কথা, মই অনুতাপ কৰা নাই। যদিও জেৰাল্ডৰ শেষ চিঠিখন মোৰ টেবুলৰ ড্ৰয়াৰত চীল মাৰি থোৱা আছে আৰু সেই চিঠিয়ে ঘোৰ অমঙ্গলীয়া বাৰ্তা এটি বহন কৰি আনিছে, জেৰাল্ডক মই ভুল বুজিব নোৱাৰো। জেৰাল্ডে যে মোলৈ আৰু চিঠি লিখিব নোৱাৰে তাকো মই উপলব্ধি কৰিছো।

সকলো নাৰীৰ গাত সমানে শক্তি নাই বেণীয়ে ক'লে। কোনোবা নাৰী দুৰ্বল হ'ল বুলিয়ে তেওঁৰ প্ৰেম যে মূল্যহীন হব তাৰ কোনো অৰ্থ নাই—তাৰ চাৱনিত অৱজ্ঞাৰ সুৰ মূৰ্ত হৈ উঠিল।

এলেগ্ৰাই কাক ভয় কৰে? অন্তৰৰ থং কোনোমতে লুকাই ৰাখি মই কলো।

এলেগ্ৰাই মোক ভয় নকৰে, সি ক'লে। তাই ভয় কৰে মোৰ শৰীৰত প্ৰবাহিত তেজৰ কণিকাবোৰলৈ, মোৰ বংশ-মৰ্য্যাদা আৰু পিতৃকুললৈ যাক মই কাহানিও মচি পেলাব নোৱাৰোঁ।

তোমাৰ গাত থকা চীনা তেজৰ কথা কৈছা তুমি?—মই সুধিলো।

হাতদুখন মোহাৰি সি মূৰ দুপিয়াই সন্মতি জনালে। তাৰ হাত দুখন জেৰাল্ডৰ নিচিনা মিহি আৰু শেতা নহয়, সাইলাথ মাৰ্কিন হাতৰ দৰে টান আৰু আঙুলিৰ গাঠিবোৰ বেচ বলী।

ময়ো তাকেই ভাবিছিলো, মই ক'লো। তোমাৰ যিবোৰ গুণ মই আটাইতকৈ ভাল পাওঁ আৰু যিখিনিৰ বাবে মই গৌৰব কৰো সেইখিনি দেউতাৰাৰ পৰাই পোৱা। অথচ তুমি ইচ্ছা কৰা সেইবোৰ মচি পেলাবলৈ? তোমাৰ লাজ লগা নাইনে ক'বলৈ?

তুমি নুবুজিবা, মা! সি চিঞৰি উঠিল। তুমিতো হাড়ে হিমজুৱে মাৰ্কিন, তোমাৰ বংশ নিভাঁজ।

—ইচ্ বৰ নিভাঁজ! ময়ো সমানে চিঞৰি ক'লো। ইউৰোপৰ কমেও আধাডজন বিদ্ৰোহী জাতি, ইংলণ্ডৰ পিতৃ আৰু আয়াৰলেণ্ডৰ মাতৃৰ পৰা জন্ম হোৱা কোনো বিধৰ্মী পুত্ৰ, ভাৰতীয় সকলক সিহঁতৰ মাটিৰ পৰা ছলেৰে বঞ্চিত

কথা হলেওব ধূৰ্ত্ত ব্যৱসায়ীৰ দল আৰু মাজে মাজে অহা জাৰ্মান সকল এইটোৰেই লগলাগি তোমাৰ মাৰ্কিন জাতি।

সেইটো একো ডাঙৰ কথা নহয়, অবুজভাবে সি তৰ্ক কৰিলে। আচল কথা হ'ল যে তোমালোক আটায়ে শ্বেতাঙ্গ।

মই হাৰ মানিলো। তৰ্ক কৰিবৰ সময় এইটো নহয়।—কোৱা তুমি কি ক'ব খুজিছ — মই ক'লো।

—মই কেনচাচলৈ যাম, সি ক'লে। মই শ্যামৰ ফাৰ্মত কাম কৰিমগৈ আৰু তাৰ পৰাই কলেজ কৰিম। তেওঁ মোৰ বাবে এটা জলপানীৰ ব্যৱস্থা কৰিব।

'তুমি যদি অনুমতি দিয়া, তুমি যদি বেয়া নোপোৱা—বা মোৰ সহায় যদি তোমাক ঘৰত নেলাগে—এইবোৰ নম্রতা তাৰ মুখত প্ৰকাশ নেপালে। কিন্তু মোৰো অহঙ্কাৰ আছে, মোৰ ল'ৰাৰ পৰা কোনো সহায় মই নিবিচাৰো।

—আচৰিত কথা, ইয়াকে ক'বলৈ তুমি ঘৰলৈ আহিছিলা? মই ক'লো।

—তোমাক জনাবলৈ আহিছিলো, সি ক'লে। তাৰ মাতত আগৰ দৰেই কৰ্কশতা লক্ষ্য কৰিলো।

গতিকে মোৰ ভাগ্যত কি আছে সি স্পষ্ট হৈ ওলাই পৰিল আৰু তাকে মই অকণো আপত্তি নকৰাকৈ দুহাতেৰে গ্ৰহণ কৰিব লাগিব।

—তুমি কেতিয়া যাবা? মই সুধিলো।

—বাবাক দেখা নকৰাকৈ মই যাব নোৱাৰিম, তেতিয়ালৈ ৰব লাগিব—সি ক'লে।

—আৰু অলপপৰ থাকিলে কি হয়? মই অনুযোগৰ সুৰত ক'লো।

তাৰ আইতাক অৰ্থাৎ মোৰ শাহুৰ কথা এই সময়ত তাক কোৱা প্ৰয়োজন বোধ কৰিলো। তাৰ গাত থকা বিদ্ৰোহী তেজৰ কিছু অংশ তেওঁৰ পৰা অহা। তেৰো কষ্ট ভুগিছিল, কিয়নো তেৰো ভালপোৱাৰ পৰা বঞ্চিত হৈছিল।

—অন্ততঃ এটা দিন বাট চোৱা বেশী। যোৱাৰ আগেয়ে তোমাক কেইটামান কথা ক'বলগীয়া আছে, যি কথা কাহানিও তোমাক কোৱা নাই।

—ঠিক আছে, সি তাৰ ক'লা চকু চকুযুৰি মোলৈ ঘূৰাই উত্তৰ দিলে।

—তোমাৰ যদি সেয়ে ইচ্ছা।

* * *

মোৰ ল'ৰাটিৰ বাবে ক'ত এখন ঘৰ বিচাৰি পাম? ক'ত সি তাৰ নিজৰ দেশ বিচাৰি পাব?

সিদিনা পুৱা বাবাই সাব পোৱা সময়ত আমি তেওঁৰ কোঠালৈ গ'লো। ওপৰলৈ মুখ কৰি ঠিক শুই থকাৰ দৰে তেওঁ পৰি আছে। বগা চুলিবোৰ সিচৰিত হৈ পৰিছে আৰু ক'লা চকুহাল আধা মেল খাই আছে। মই মাত দিলো।

বাবা গুড্ মর্ণিং। চাওকচোন এয়া কোন আহিছে?

তেওঁ চকুযুৰি জোৰকৈ মেলি আমালৈ চালে—কোন সেইটো?

—তুমি জানা।

—জেৰল্ড নেকি?

—ওহোঁ। নহয়। এয়া ৰেণী।

তেওঁ ৰেণীক চিনি নেপালে। নিজৰ নাতিয়েকক তেওঁ পাহৰি গৈছে। ওঁঠযুৰি লৰাই তেওঁ মাথোন ক'লে—তাক মই চিনি পাওঁ নেকি?

—হয়, পোৱা উচিত। মই ক'লো। সি জেৰল্ডৰ ল'ৰা আৰু মোৰো।

জেৰল্ডৰ ল'ৰা! তেওঁ ভাবিলে। জেৰল্ডৰ এটা ল'ৰা আছিল নেকি?

অপৰাধীৰ দৰে মই ৰেণীলৈ চালো—তেওঁক ক্ষমা কৰিবা ৰেণী। তেওঁ ইমান বুঢ়া হৈছে যে সকলো কথা পাহৰি গৈছে।

তাৰ তেজাল মুখখনত বিষাদৰ ছাঁ দেখি বেয়া লাগিল।

—কোনো কথা নাই। ৰেণীয়ে ক'লে। একোৱে মোক দুখ দিব নোৱাৰে।

—বাবা আকৌ টোপনি যাওক, মই ক'লো। মই সোনকালে উভটি আহিম। আমি অতি লাহে লাহে ওলাই আহিলো। বাবাক হেৰুৱা বুলি মই জানিলো। বাবায়ো মোক ত্যাগ কৰিছে আৰু মোৰ সন্তানকো। বাৰ্দ্ধক্যই বাবাক আমাৰ পৰা বহুদূৰলৈ লৈ গৈছে।

ৰেণীক যেন হাতৰ পৰা এৰি নিদিম সেই চিন্তাই মুহূৰ্ত্ততে মোক চঞ্চল কৰি তুলিলে।—ৰেণী মোৰ কোঠালৈ আহা। তোমাক কেইখনমান ফটো দেখুৱাবলগীয়া আছে। যোৱাৰ আগেয়ে তোমাক দেখুৱাবই লাগিব।

সি নীৰৱে মোক অনুসৰণ কৰিলে আৰু কোঠাটোত ঠিক আলহীৰ দৰে বহি অপেক্ষা কৰিলে। মই ফটোৰ বাকচটো উলিয়াই আনিলো আৰু জেৰল্ডৰ মাকৰ ফটোখন তাক দেখুৱালো—বাবাই বিয়া কৰোৱা এই গৰাকী চীনা ভদ্ৰমহিলা—মই ক'লো। এয়া তোমাৰ আইতা—দেউতাৰাৰ মাক। কিমান গহীন আৰু ধুনীয়া চোৱাচোন। পিকিঙৰ এক সম্ভ্ৰান্ত বংশৰ জীয়ৰী তেওঁ। তেওঁক লৈ গৌৰৱ কৰিব পাৰি। তোমাৰ হান-যু-ৰেণৰ কথা নিশ্চয় মনত আছে।

বেণীয়ে ফটোখন ললে আৰু শান্ত, সৌম্য চীনা মুখখন নিৰীক্ষণ কৰিব ধৰিলে।
—বাবাই কিয় বাৰু এওঁক বিয়া কৰাইছিল ?—সি সুধিলে।
যিখন দেশৰ কাৰণে তেওঁ জীৱন উছৰ্গা কৰিছিল সেইখন দেশৰ লগত সকলো প্ৰকাৰে তেওঁ মিলি যাবলৈ ইচ্ছা কৰিছিল। ইয়াৰ দ্বাৰা তেওঁ জনসাধাৰণৰ ওচৰ চাপিব বুলি আশা কৰিছিল। তেওঁ আৰু বিদেশী হৈ থাকিব খুজিছিল।
এতিয়া তেওঁ সকলোকে পাহৰি গৈছে—বেণীয়ে ক'লে। আনকি মোকো তেওঁ চিনি নেপায় এতিয়া। মোৰ অনুমান তেওঁ আইতাক ভাল পোৱা নাছিল।
—তুমি সেইদৰে কেলেই কৈছা ? তুমি নেজানা।
—আইতাক ভালপোৱা হ'লে তেওঁ মোক পাহৰি নগ'লহেঁতেন।
—মই সেইটো অস্বীকাৰ কৰিব নোৱাৰো। মোৰ বয়স যিমানেই নেবাঢ়ক লাগে জীৱনৰ শেষ নিশ্বাস পেলোৱালৈকে মই জেৰল্ডক বা জেৰল্ডৰ সন্তানক পাহৰিব নোৱাৰোঁ।
—বাবাই যি উচিত বুলি ভাবিছিল তাকে কৰিছিল, মই ক'লো।
সেয়েই যথেষ্ট নহয়—বেণীয়ে ক'লে। প্ৰেম নেথাকিলে সকলো মিছা।
ফটোখন মোক ঘূৰাই দি বেণী থিয় হ'ল। আৰু অলপ হাঁহি মোৰ গালত এটি চুমা দি বিদায় ললে—আহো মা। ক্ষন্তেক পিচতে তাৰ পুৰণি গাড়ীখন শব্দ কৰি গেটখন পাৰ হৈ ওলাই গ'ল। এইবাৰ সি উভটি অহাৰ আশা নাই।
কিন্তু মই আতৰি যাব নোৱাৰো। বেণীৰ লগতো মই যাব নোৱাৰো। বাবাৰ মোত বাহিৰে এই পৃথিৱীত দ্বিতীয় আশ্ৰয় নাই। এই নিৰ্জন টিলাটিত মোৰ সঙ্গী হব ম্যাট আৰু তাৰ পৰিবাৰ। সিঁহতৰ দাম্পত্য জীৱন কলহপূৰ্ণ। কাজিয়া কৰিয়ে সিহতে শান্তি পায়। দিনত গিৰিয়েক ঘৈণীয়েকে যিদৰে কাজিয়া কৰে খুব সম্ভব ৰাতি তাৰ মাত্ৰা বেচিহে হয়। শোৱাকোঠাত সিঁহতৰ প্ৰকাণ্ড বিছনাখন মই দেখিছো। সিঁহতৰ ল'ৰা-ছোৱালী বৰ্তমান সাতটি আৰু প্ৰত্যেকটিয়েই একোটি কাজিয়াৰ ফল বুলিহে মোৰ ধাৰণা। সিঁহতক আৰু কোনো লগ নেলাগে, কোনো আমোদ-প্ৰমোদ নেলাগে—মই ভালদৰে জানো। ম্যাট আচৰিত ধৰণৰ সন্দেহবাদী লোক আৰু সেইবাবে ঘৈণীয়েকেও গৌৰৱ কৰে।
—বুজিছে, আমাৰ ঘৰত যদি কোনো পুৰুষ মানুহৰ টুপী এটা তেওঁ আহি দেখা পায় লগে লগে হুলস্থূল লগাই দিব—মিচেচ্ ম্যাটে বুকু ফুলাই কয়। মই আজি ৰাতিপুৱা তাইৰ ফুলকেইজোপাৰ শলাগ লবলৈ যাওঁতে তাই এইদৰে

কৈছিল। মই উত্তৰত ক'লো যে এতিয়াও মিঃ ম্যাটে তাইক ইমান মৰম কৰে যে তাই সঁচাকৈ ভাগ্যৱতী তিৰোতা। এনেতে ডাক পিয়নটো অহা দেখা পাই লৰালৰিকৈ মই তাইৰ পৰা বিদায় ললো। পদূলিমুখত ডাঙৰ মেপল গছজোপাৰ তলত পিয়নটোৱে কেবাখনো চিঠি দিলে, কিন্তু এখনত বাহিৰে বাকীবোৰে মোৰ মন আকৰ্ষণ কৰিব নোৱাৰিলে। সেইখন চিঙ্গাপুৰৰ পৰা পঠাইছে—ডাকঘৰৰ চীলটো চাই বুজিলো। কিন্তু হাতৰ আখৰখিনি নতুন যেন লাগিল।

—আপোনাৰ স্বামীৰ পৰা আহিছে? পিয়নটোৱে সুধিলে।

—নহয় বুলি ক'লো যদিও সেইখন কাৰ চিঠি হব পাৰে—তাত কি লিখা আছে—ভাবি মনটো ভয় খাই উঠিল। ততালিকে মই পিয়নজনৰ পৰা আতৰি গৈ নিজৰা এটাৰ পাৰত এচটা শিলত বহিলো আৰু খামটো খুলি পেলালো।

—'মৰমৰ বাইদেউ'—চিঠিখনৰ প্ৰথম কথা।

এইখন তেন্তে সেইজনীয়ে দিছে!

আজি অতদিনে মই জেৰল্ডৰ চিঠিখনৰ উত্তৰ দিয়া নাছিলো। তেওঁ মোৰ অনুমতি বিচাৰিছিল, মই দিয়া নাছিলো। এটা পাপ কামৰ দৰে এই কথাটো মই গোপনে ৰাখিছিলো যদিও প্ৰতি মুহূৰ্ত্ততে বিষয়টোৰ প্ৰতি মোৰ মনটে সজাগ হৈ আছে। এতিয়া আৰু মই ইয়াক লুকাই ৰাখিব নোৱাৰিম।

চিঠিখন তেওঁ ইংৰাজীত লিখিছে, অৱশ্যে লিখাখিনিৰ পৰা তাইৰ ইংৰাজী ভাষাৰ সীমিত জ্ঞান ফুটি ওলাইছে। তাই ক'ব বিচাৰিছে যে মোৰ অনুমতি নোপোৱাকৈ তাই মোৰ ঘৰত নোসোমায় আৰু মোৰ স্থান অধিকাৰ নকৰে।

তাই লিখিছে আপুনি পিকিঙত বহুদিন আছিল। চীনালোক সকলৰ বিষয়ে আপুনি বহুতো কথাকে জানে বুলি মোৰ বিশ্বাস। বৰ্ত্তমান ইয়াত নানা কাৰণত জীৱন দুৰ্ব্বিহ হৈ উঠিছে, আপোনাৰ স্বামী মেক্‌লিয়ডৰ বাবেও কঠিন সমস্যা হৈ পৰিছে, সেয়ে তেওঁ কোনোবো তিৰোতা এজনীৰ অভাৱ বৰকৈ অনুভৱ কৰিছে। তেওঁৰ ঘৰৰ যত্ন লবলৈ, ৰন্ধা-খোৱা মেলা আদিৰ পৰিচৰ্য্যা কৰিবলৈ এজনী তিৰোতাৰ প্ৰয়োজন আপুনিও দুই কৰিব নোৱাৰে বুলি ভাবো। মোৰ অনুৰোধ-মতে আপোনাৰ অনুমতি বিচাৰি মেকলিয়ডে চিঠি লিখিছিল। আপোনাৰ অনুমতি নেপালে মই তেওঁৰ ঘৰলৈ আহি আপোনাৰ শূন্য ঠাই পূৰাম কেনেকৈ! পত্নীৰ বিনিময়ত উপপত্নী—এইটোৱে আজিকালি নিয়ম হৈ পৰিছে। দ্বিতীয় পত্নী বা বিয়া নকৰাকৈ তিৰোতা ৰখাৰ দিন এতিয়া আৰু নাই। অৱশ্যে আপুনি যদি কেতিয়াবা উভটি আহে আৰু মই এই ঘৰত থকাটো নিবিচাৰে মই গুচি যাম।

ভাওবলৈ সকৰ থকাৰ দৰে মোৰো আপোনাৰ প্ৰতি শ্ৰদ্ধা আছে। গতিকে মোক অনুমতি দিয়ক আৰু অনুগ্ৰহ কৰি জনাব কেনেকৈ আমাৰ স্বামীক সুখত ৰাখিব পাৰিম। এয়া মোৰ কৰ্তব্য। কিন্তু তেখেতৰ জীৱন ৰক্ষাৰ বাবে পোনতে লাগে আপোনাৰ অনুমতি। এইখন চিঠি মই চিঙ্গাপুৰত থকা বন্ধুলৈ গোপনে পঠিয়াইছো আৰু আপুনিও সেই বন্ধুজনৰ যোগেদি উত্তৰ পঠাব। ইতি

আপোনাৰ মৰমৰ সৰু ভনী

মেইলান্।

চিঙ্গাপুৰৰ ঠিকনাটো এখন ৰেশমৰ দোকানৰ। তাতে তাইৰ কোনোবা এজন গুপ্ত বন্ধু থাকে। এই বন্ধুজনৰ লগত যোগাযোগ আছে। নতুন চীনৰ অদ্ভুত ৰাজ্যখনে মোক খেদি পঠিয়াইছে। জেৰল্ডলৈ স্পষ্টভাৱে চিঠি লিখিবৰ সাহস থকা নাইকিয়েনে। কিন্তু লিখিম কি? মোৰ ঠাইত আন এজনী তিৰোতা লবলৈ মই অনুমতি দিম নে? আৰু সঁচাকৈ তাই 'মোৰ ঠাই' পূৰাব পাৰিবনে? কোনো মাৰ্কিন ভদ্ৰমহিলা মোৰ দৰে এই অৱস্থাৰ সন্মুখীন কেতিয়াও হোৱা নাই—মই জোৰকৈ ক'ব পাৰো।

ভাৰমণ্টৰ সুদূৰ প্ৰান্তত অৱস্থিত মোৰ এই ঘৰ আৰু বাগান জেৰল্ডৰ পৰা ইমান আঁতৰত যে জেৰল্ডৰ অৱস্থিতিৰ কথা মোৰ জ্ঞান আৰু বিশ্বাসে চুকি নোপোৱা হৈছে। খুব সম্ভৱ মোৰ নিজৰে অৱস্থিতি নাইকিয়া হৈ আহিব ধৰিছে। মোক যেতিয়া ভাল পাবলৈ কোনো নাই, মোৰ প্ৰয়োজন অনুভৱ কৰিবলৈ যেতিয়া কোনো নাই—মই থাকিয়ে বা কি লাভ? মোক জানো সঁচাকৈ এতিয়াও ভাল পায? আজি এই চিঠিৰ উত্তৰ মই দিব নোৱাৰো। মোৰ ভাষা নাই। মোৰ চিন্তাশক্তিৰ দৈন্যতাও মই অনুভৱ কৰিছো।

মোৰ কোঠাটোলৈ মই সোমাই আহিলো। জেৰল্ডৰ চিঠিখন খামটো খুলি মই উলিয়াই ললো, অৱশ্যে মই এইখন তুনাই নেচাওঁ বুলি এদিন শপত খাইছিলো। কিন্তু সেই শপত ৰাখিব নোৱাৰিলো। চিঠিখন মেলি লৈ পুনৰ মই পঢ়িবলৈ ললো। প্ৰতিটো শব্দৰ অৰ্থ হৃদয়ঙ্গম কৰিবলৈ চেষ্টা কৰিলো। মই আৰু এই চিঠিখনৰ কথা কেতিয়াও নেপাহৰো। এইখনেই পিকিঙৰ চিঠি—জেৰল্ডৰ শেষ চিঠি।

মৰমৰ এলি,

আজি এটা বিশেষ জৰুৰী কথা তোমাক ক'বলৈ ওলাইছো। কিন্তু আগেয়ে প্ৰথমে কৈ থওঁ যে মই কেৱল তোমাকেহে ভাল পাওঁ। মই আজিকালি যিহকে

নকৰো কিয়, মনত ৰাখিবা যে তোমাত বাহিৰে মোৰ প্ৰেমৰ পাত্ৰী আন কোনোৱে হব নোৱাৰে। মোৰ পৰা যদি কাহানিও আৰু এখনো চিঠি নোপোৱা তথাপিও জানি থবা যে মোৰ অন্তৰখনে নিতৌ তোমালৈ লিখিয়েই আছে। এইখিনি কিয় দোহাৰিবলগীয়া হ'ল তাক পিচৰ কথাৰ পৰাই বুজিব পাৰিবা। মোৰ ঘৰলৈ চীনা তিৰোতা এগৰাকী আনিবলৈ মোক বাধ্য কৰা হৈছে। মোৰ আলপৈচান ধৰিবলৈ, ঘৰ-দুৱাৰ, কাপোৰ আদি চাফা কৰিবলৈ মোক যে সহায় লাগে সেইটো সহজেই অনুমেয় কথা। তুমি ভালকৈ জানা মই নিজে এই আটাইবোৰ কামৰ তদাৰক কৰিবলৈ কিমান টান পাওঁ আৰু সেয়ে সকলো দায়িত্ব এসময়ত তোমাৰ ওপৰতে এৰি দিছিলো। কিন্তু তাতকৈ ডাঙৰ কথা হৈছে যে মোৰ আনুগত্যৰ বাবে নতুন চৰকাৰক প্ৰমাণ দিবলগীয়া হৈছে। শাসনত অধিষ্ঠিত দলটোৰ প্ৰতি আনুগত্যৰ শপত খালেই তেওঁলোক সন্তুষ্ট নহয়। মোৰ অতীতটোক শপত খাই অস্বীকাৰ কৰিব লাগিব। মোৰ শৰীৰত থকা মাৰ্কিন তেজ খিনিৰ বাবে মই অনুতপ্ত হব লাগিব আৰু সকলো 'বিদেশী' সম্পদকে মই ঘৃণা কৰি বৰ্জন কৰিব লাগিব। আইন এগৰাকী স্ত্ৰী গ্ৰহণ কৰিবলৈ মোক সিহঁতে আদেশ দিছে। তুমি জানা আমাৰ দাম্পত্য জীৱন কিমান সৎ আৰু সুখৰ আছিল, তাত কোনো ঠগ বা প্ৰতাৰণাৰ স্থান নাছিল। এতিয়া তোমাৰ প্ৰতি অন্যায় আচৰণ কৰিবলৈ হলে মই আমাৰ যুগ্ম জীৱনৰ স্মৃতি মানসপটৰ পৰা মচি পেলাব লাগিব। কিন্তু মই নোৱাৰো। তোমাক মই কেতিয়াও পাহৰিব নোৱাৰো—এয়ে মোৰ শেষ কথা।

মই পুনৰ তোমালৈ চিঠি লিখিব নোৱাৰিম। তাৰ ফল ভীষণ বিসময় হব অকল মোৰ বাবেই নহয়, আমাৰ ল'ৰাটিৰ বাবেও। তুমি ভাবিছা তোমাৰ দেশত সি নিৰাপদ। কিন্তু তোমাক আৰু তাক মই যেতিয়ালৈকে ত্যাগ নকৰো তাৰ জীৱন ক'তো নিৰাপদ নহয় বুলি জানিবা। মোৰ পৰা এই মৰ্মে ঘোষণা কৰা কথা যদি কেতিয়াবা শুনা সেই ঘোষণা মোৰ অন্তৰৰ নহয় বুলি বিশ্বাস কৰিবা। এই সঙ্কটপূৰ্ণ কালছোৱা শেষ হোৱালৈকে সম্ভব হলে মই জীয়াই থাকিব খোজো। যদি মোৰ সকলো চেষ্টা বিফল হয় আৰু হঠাৎ মৃত্যুমুখত পৰিবলগীয়া হওঁ, মনত ৰাখিবা মোৰ অন্তৰত তোমাৰ স্থান চিৰ সেউজীয়া হৈ আছে, তাক কোনেও কেতিয়াও মচি পেলাব নোৱাৰে। মোৰ 'ইভ' তুমিয়েই।

—জেৰড।

অনুমতি মই নিশ্চয় দিব লাগিব। ইমানদিনে এই অনুমতি কিয় দিয়া

আছিলো মই নিজেই ভাবি নেপাওঁ। এতিয়া সেই তিৰোতাগৰাকীৰ পৰা যিহেতু এই চিঠিখন পালো আৰু জানিলো যে তাই জেৰল্ডৰ ঘৰলৈ যোৱা নাই মই ততালিকে অনুমতি জনোৱা উচিত। 'কেবল' যোগে এই বাৰ্তা পঠাম নেকি? নহয় এইটো ঠিক নহব। আমেৰিকাৰ পৰা পঠোৱা তাঁৰবাৰ্তাই বৃটিছ কলনিত থকা চীনালোককো বিপদত পেলাব পাৰে। চিঠি এখন লিখি এয়াৰ মেইলত পঠাই দিম। সেই মতেই লিখি পেলালো। চিঠিখনৰ এটা নকল মই মোৰ লগত ৰাখিবলৈ লিখি উলিয়ালো। মই কি লিখিছিলো সেই নকলটোৱেই মোৰ সাক্ষী হৈ থাকিব। জেৰল্ডৰ সৈতে পুনৰ যদি কেতিয়াবা দেখা হয় এই নকলটোৱে প্ৰমাণ হৈ থাকিব। কিয়নো দৰাচলতে জেৰল্ডৰ বাবেহে মই এইখন লিখিছো। এৰা, মোৰ মৰমৰ প্ৰিয়তম! এয়া মই তোমাৰ বাবেই লিখিছো। যদি তুমি মোৰ ওচৰলৈ আহিব নোৱাৰা আৰু ময়ো তোমাৰ কাষলৈ যাব নোৱাৰো কেতিয়াবা এই প্ৰমাণ পত্ৰখনকে মই তোমাৰ ওচৰলৈ পঠিয়াই দিবলৈ চেষ্টা কৰিম। তোমাৰ পৰা বিদায় লৈ আহিবৰ দিনা তোমাকো এইদৰে একোটি নকল ৰাখিবলৈ কিয় নক'লো তাকেই ভাবিছো। ওহোঁ নহয়, তুমি য'ত আছা তাত এইবোৰৰ নকল ৰখাটো নিৰাপদ নহব। ইয়াত এই নিৰ্জন ভাৰমণ্ট উপত্যকাত কোনো গুপ্তচৰ নাই। নাই বুলিয়ে অন্ততঃ মোৰ ধাৰণা। মেইলানলৈ মোৰ উত্তৰ লিখা হৈ গ'ল। এতিয়াহে মোৰ ভাব হ'ল যে তাই নিজৰ প্ৰকৃত নামটো জনোৱা নাই। মেইলান তাত সকলোৰে মুখত প্ৰচলিত এটি সাধাৰণ নাম, সেই নামেৰে কোনো লোকক বিচাৰি উলিওৱা সহজ নহয়। যিয়ে নহওক তাইৰ নামটোৰ মোৰ প্ৰয়োজন নাই।

মৰমৰ ভনী,

তোমাৰ চিঠিখন পাইছো। চিঠিখন মই ভালদৰে পঢ়ি চাইছো। মোৰ অনুমতি দিলো। তুমি মোৰ ঠাই পূৰণ কৰিব নোৱাৰিব পাৰা, কিয়নো প্ৰত্যেক নাৰীয়ে এজন পুৰুষৰ অন্তৰত স্বকীয়া স্থান লয়। কিন্তু তুমি মোৰ ঘৰত প্ৰৱেশ কৰিব পাৰা আৰু তোমাৰ নিজৰ স্থান নিৰ্ণয় কৰি লব পাৰা। এই কথা মোৰ দেশত মই কাকো নকওঁ। ক'লে কোনেও নুবুজিব। তুমি কোৱাটো সঁচা—মই তাত সৃষ্টি হোৱা পৰিস্থিতিটো বুজি পাইছো। তথাপি মোৰ অন্তৰখন আজি কঁপি উঠিছে। জেৰল্ডক ভালদৰে চাবা, তেওঁক মই বৰ ভাল পাওঁ।

এলিজাবেথ।

চিঠিখন খামটোত সুমুৱাই দি মই নিজে টিকট লগাই দিলো আৰু ডাক-

ঘৰলৈ গৈ খিৰিকিখনৰ তলত থকা চিঠিৰ বাকচটোত পেলাই দিলো। কিন্তু মিচ্ মিয়াবাই দেখিলে। তেওঁ আমাৰ ডাকঘৰৰ পোষ্টমাষ্টাৰৰ দায়িত্বত আছে। শকত-আৱত চেহেৰাৰ এগৰাকী মধ্যবয়সীয়াল বান্ধৱী আৰু অবিবাহিতা বাবে বিয়া-বাৰুৰ সংক্ৰান্তত বেছ কৌতূহলী, বিশেষকৈ মোৰ ক্ষেত্ৰত।

—তোমাৰ স্বামীলৈ ?—হাঁহিমুখেৰে সম্ভাষণ জনাই সুধিলে।

—নহয়, মোৰ স্বামীলৈ নহয়—মই ক'লো।

বাকচটোৰ পৰা চিঠিখন আনি ঠিকনাটো তেওঁ চালে।

—চীনৰ ঠিকনা নহয় জানো ?

—নহয় ; চিঙ্গাপুৰৰ , এখন বৃটিশ উপনিবেশ।

—মই ভাবিছিলো এতিয়া তাত কোনো উপনিবেশ নাই।

—ভাৰতবৰ্ষখন ভাৰতীয়সকলক তেওঁলোকে ওভোটাই দিছে। কিন্তু হংকং আৰু চিঙ্গাপুৰ এতিয়াও তেওঁলোকৰ হাতত।

—এতিয়ালৈকে নে ?

তেওঁৰ মনৰ পৰা সন্দেহ মুগুছিল। ময়ো বিশেষ একো নক'লো। মোৰ কৰ্তব্য মই কৰিলো আৰু ঘৰলৈ উলটি আহিলো। বাবা এতিয়াও বিছনাৰ পৰা উঠা নাই। তেওঁৰ ৰাতি পুৱায় যথেষ্ট বেলিকৈ আৰু ৰাতি আৰম্ভ হয় গধূলিৰ লগে লগে। আজিকালি তেওঁ চকুমুদিয়েই থাকে। চিন্তা আৰু অনুভৱ শক্তি ৰহিত মানুহ এজন যেন টোপনিয়াই আছে এনে লাগে। সেয়ে মই তেওঁক জগাই দিবলৈ চেষ্টা নকৰো। লঘু আহাৰ কৰি উঠি চাহ একাপ খাই যেতিয়া তেওঁ আৰামী চকীখনত বহেগৈ তেতিয়াহে তেওঁক হঠাতে সাৰপোৱা যেন লাগে আৰু অইন কথা চিন্তা কৰা যেন অনুমান হয়। সম্ভৱ তেওঁৰ মনৰ এচুকত ৰেণীৰ স্মৃতি অলপ সঞ্চিত হৈ আছিল ; তেওঁ সুধিলে—কালি ইয়ালৈ কোনোবা আহিছিল নেকি ?

—আহিছিল বাবা। ৰেণী আহিছিল।

—তেওঁ মনতে ভাবিলে—ৰেণী, কোন ৰেণী ?

—আপোনাৰ নাতিনী'ৰা, বাবা—।

এই উত্তৰ পাই তেও আধাঘণ্টামান নীৰৱে ভাবিলে। মই ইতিমধ্যে তেওঁৰ কোঠাটো পৰিষ্কাৰ কৰি ললো। হঠাৎ তেওঁ স্পষ্ট ভাবে ক'লে—কিন্তু মই ভাবিছিলো সেয়া অইন।

—কেনেকৈ হব? বেণী হ'ল মতা মানুহ আৰু তেওঁ হ'ল তিৰোতা—টেবুলখন চাফা কৰি মই অলপ ধেমালিৰ সুৰত ক'লো।

—আইলান্ দেখিবলৈ পুৰুষৰ নিচিনাই, বাবাই ক'লে।

—তাই ইউনিফৰ্ম পিন্ধিছিল, গাঢ় নীলা ৰঙৰ কপাহী জেকেটটোত বুতাম লগোৱা আৰু ভৰিত ট্ৰাউজাৰ, ঠিক পুৰুষৰ দৰে। পোছাকটোৱে মোক বিস্মিত কৰি তুলিছিল।

—তিৰোতা এগৰাকীয়ে সেই পোছাক পিন্ধিলে চকু খাবৰ কথাই। মই ক'লো।

মই এতিয়াহে গম পালো বেণী তেওঁক দেখিবলৈ তাৰ চীনা আইতাকজনীৰ নিচিনাই! তাৰতো জেৰল্ডৰ সৈতেও সাদৃশ্য আছে। তেওঁক জেৰল্ডও দেখিবলৈ মাকৰ নিচিনাই! পিকিঙত আকৌ তেওঁক পিতাকৰ নিচিনা বুলিহে কৈছিল। সেইটো বোধহয় কোবাৰ নিয়মেই। প্ৰতিপক্ষই আনটো পক্ষৰ প্ৰভাব বেছিকৈ দেখে আৰু সেই দেখি নিজৰ পক্ষৰ সৈতে থকা অমিলখিনি প্ৰত্যেকে অস্বীকাৰ কৰে।

—আইলানক সিহঁতে হত্যা কৰিলে—বাবাই দুখ কৰি ক'লে। তেওঁৰ সোতোৰা সোতোৰ গালদুখনেদি দুধাৰি চকুলো বৈ আহিল।

—ই বহুদিন আগৰ কথা, বাবা।

—মোৰ সেইটো বিশ্বাস নহয়, তেওঁ উত্তৰ দিলে।

—মোৰ ভাব হয় এইটো যোৱা বছৰৰ কথা বা অতি বেছি দুবছৰ আগৰ কথা। তাইৰ কবৰটো এতিয়াও নতুন হৈ আছে। অলপ বৈ সুধিলে—ক'ত আছে তাইৰ কবৰটো? মৃত পত্নীৰ স্মৃতিত বাবাৰ অন্তৰে হাহাকাৰ কৰি উঠিল। কিন্তু কিয়? আজি ইমানদিনৰ বিৰতিৰ পিছত?

—আপুনি তাইক ভাল পাইছিল জানো, বাবা? মই সুধিলো।

তেওঁ যেন উত্তৰটো দিবলৈ ভাবিলে। পিচত অতি নিঃসন্দেহ ভাবে তেওঁ কৈ গ'ল—মই ভাল পাব পৰা নাছিলো। মই চেষ্টা কৰিছিলো—কাৰণ শাস্ত্ৰত কৈছে যে প্ৰত্যেক পুৰুষে তেওঁৰ স্ত্ৰীৰ প্ৰতি অনুৰক্ত হব লাগে। কিন্তু তাৰ পদ্ধতিবোৰ তেওঁলোকে বিশ্লেষণ কৰি দিয়া নাই। মই যে কৃতকাৰ্য্য হব পৰা নাছিলো—তাই বুজি পাইছিল।

—আপুনি এটা ল'ৰা সন্তান দান কৰিছিল তেওঁৰ মনত শান্তি দিবলৈ—মই সোঁৱৰাই দিলো।

—আইলানে জানিছিল—প্ৰত্যুত্তৰত বাবাই ক'লে। তাই খুব ভালকৈ জানিছিল। ল'ৰাটো জন্ম হবৰ দিনাখন ৰাতিপুৱা অনুমান দহটা বাজিছে, সেই সময়ত ডাক্তৰৰ পৰামৰ্শক্ৰমে তাৰেই কোঠাত সোমাইছিল। কেচুৱাটি এখন হাতত শুৱাই তাই বিছনাত পৰি আছে। 'মই তোমাক এটি ল'ৰা দিলো'—ঠিক এই কথাষাৰিকেই তাই কৈছিল। মোৰ মুখত কথা নোলাল। কেচুৱাটিৰ দীঘল ক'লা চুলি আছিল। মই আচৰিত হৈছিলো—মোৰ ল'ৰাটো দেখিবলৈ চীনালোকৰ দৰে হোৱা দেখি। মই তাৰ বাবে প্ৰস্তুত নাছিলো। মোৰ হাঁহি উঠিছিল—বাবা, কেচুৱাৰ মাকজনী অৰ্থাৎ আপোনাৰ পৰিবাৰ গৰাকী জানো চীন দেশৰ নাছিল ?

তেওঁ মূৰ জোকাৰিলে, এনেয়ে।—মই সেইদৰে ভবা নাছিলো—তেওঁ পুনৰ ক'লে।

তেওঁ ক'ব বিচাৰিছিল যে তেওঁ সন্তান কামনা কৰা নাছিল। জেৰল্ডৰ মাকক তেওঁ সম্পূৰ্ণ নিজৰ স্বাৰ্থত বিয়া কৰাইছিল, সন্তানৰ বাবে নহয়। জেৰল্ড তেওঁৰ বাঞ্চনীয় নাছিল। 'অবাঞ্চনীয়' হোৱাৰ আঘাতটো জেৰল্ডৰ অন্তৰত বৰ দকৈ লাগিছিল। সেই আঘাতৰ বাবে তেওঁ কোনোদিন শান্তি নেপালে। এই আঘাতেই জেৰল্ডক মোৰ লগত মোৰ দেশলৈ আহিবলৈ বাধা প্ৰদান কৰিলে। মই ভালদৰে বুজিছো এতিয়া। কিন্তু ৰেণীৰ গাতো সেই চিহ্ন আছে আৰু সি ইয়াতে আছে। প্ৰেমৰ প্ৰতিদান নোপোৱা আঘাত যে কিমান দুৰ্বহ! বংশানুক্ৰমে এইদৰে ন ন অশান্ত হৃদযৰ সন্তান জন্মিব লাগিছে। তেওঁলোকৰ এই অশান্তি, এই বেদনাৰ উপশম হব যেতিয়া কাৰোবাৰ পৰা, ক'ৰবাত তেওঁলোকে সঁচা প্ৰেমৰ পৰশ পাব।

বাবাই আকৌ উচুপিব ধৰিলে। তেওঁৰ মনটো অইন কমালৈ আকৰ্ষণ কৰিবলৈ মই কলো—বাবা, শ্যাম ব্ৰেইনক আপোনাৰ মনত আছে নে ?

তেওঁৰ মনটো সঁচাকৈ আঁতৰি আহিল আৰু আৰু অলপ পৰ ভাবি ক'লে, মই তেওঁক চিনিপাওঁ জানো ?

—কেন্‌চাচত তেওঁৰ সৰু ঘৰ এটিতে আপুনি আছিল।

—মই আছিলো ?

হয়; আৰু আপোনাক এই বাবেই কলো যে ৰেণীয়েও তালৈ গৈছে। শ্যাম ব্ৰেইনৰ ফাৰ্মত কাম কৰিব হেনো। যুদ্ধৰ সময়ত তেওঁ চীনত আছিল। তেৰোঁ চীনখন আৰু চীনালোকসকলক ভাল পাইছিল। চীনালোক সকলেও তেওঁক

যৎন কৰিছিল। সেই বাবে সিহঁতে যেতিয়া আপোনাক খেদি পঠিয়াইছিল আৰু বেলত আহোঁতে বাটত আপুনি অসুস্থ হৈ পৰিছিল তেওঁ আপোনাৰ যথেষ্ট যত্ন লৈছিল। পিচত শ্যাম ব্ৰেইন এটা সময়ত আপোনাৰ বন্ধু হৈ পৰিল, অৱশ্যে কেনেকৈ হ'ল মোক কোৱা নাই। এতিয়া তেওঁ বেণীৰো বন্ধু।

তেওঁৰ একোকে মনত নপৰিল। হলেও তেওঁ উচুপিব এৰিলে। তেওঁৰ চকীখন মই খিৰিকিখনৰ ওচৰলৈ নি দিলো, কিয়নো এইখিনিত বহিবলৈ বাবাই ভাল পায়। খিৰিকিৰ ওচৰত বহি দূৰৈৰ পাহাৰ আৰু ভৈয়ামৰ দৃশ্য তেওঁ উপভোগ কৰিব ধৰিলে। ভেড়াছাগলী জাক ঘাঁহ খাই ফুৰা দৃশ্য তেওঁ হালি হালি চাবলৈ ধৰিলে।

মই অলপ পিচতে আহিছো বুলি কৈ দিনটোৰ কামখিনি কৰিবলৈ গুচি আহিলো।

আজি নিশা বাবা যেতিয়া শুবলৈ যায় হঠাৎ তেওঁৰ শ্যাম ব্ৰেইনৰ কথা মনত পৰিল। মই শুবলৈ সকলো ঠিক কৰি দি দুৱাৰখন বন্ধ কৰিব ওলাইছিলো এনেতে বাবাই ক'লে—শ্যাম ব্ৰেইনৰ কথা কৈছিলা নেকি ?

—'অঁ'

শ্যাম ব্ৰেইনৰ বয়স বিয়াল্লিচ বছৰ হব। তেওঁ বিয়া নকৰালে, দেউতাকৰ দুহেজাৰ একৰ খেতিৰ মাটি আছিল। তদুপৰি দুটা খনিৰো তেওঁ মালিক। কেচুৱাটিৰ দুবছৰ বয়সতে তেওঁৰ পত্নী বিয়োগ হয়। শ্যাম তেওঁৰ একমাত্ৰ সন্তান।

—বাবা! মই চিয়ঁৰি উঠিলো। আপোনাৰ ইমান ভালকৈ মনত আছে। গতিকে কোঠালৈ উভটি আহি মই বহি পৰিলো। বাবাই কৈ গল যে অসুস্থ আৰু গাত জ্বৰ থকা অবস্থাতে তেওঁক বেলৰ পৰা নি ষ্টেচনৰ প্ৰতীক্ষালয়ত ৰখা হৈছিল। শ্যাম ব্ৰেইন ষ্টেচনলৈ আহিছিল কিছুমান মালবস্তু নিবলৈ। মালবস্তুৰ সলনি তেওঁ বাবাক ঘৰলৈ লৈ গ'ল আৰু বিচনাত শুৱাই দিলে।

—মোৰ টাইফয়ড হৈছিল, বাবাই ক'লে। মই অতি দুৰ্বল হৈ পৰিছিলো। শ্যামে মোৰ লগতে সেই ঘৰটোত আছিল।

এইদৰে অলপ অলপকৈ তেওঁ গোটেইবোৰ কথা কৈ গ'ল। ৰাতি যেতিয়া তেওঁৰ টোপনি ভাগিছিল তেওঁ ক'ত আছিল বুজি পোৱা নাছিল। শ্যামে বিচনাৰ দাতিতে বহি চীনৰ কথা পাতিছিল। চীনৰ গাওঁ বোৰৰ কথা, গাৰ্ড‍ৰ আলি পদূলিৰ কথা, জহৰ দিনত দোকমোকালিতে গোৱা নাইটিংগেল পখীৰ সুমধুৰ

গীতৰ কথা তেওঁ কৈছিল। যুদ্ধৰ সময়ত তেওঁ চীনত আছিল, কিন্তু যুদ্ধ বা মৃত্যুৰ বিষয়ে এবাৰো কথা তেওঁ উলিয়া নাছিল। চীনৰ শান্তিপূর্ণ দৃশ্যাৱলীৰ কথাহে তেওঁ সোঁৱৰাই দিছিল গধুলি প্রতি ঘৰে পচুলিমুখত কিদৰে আটায়ে গোট খাই মেল পাতে, দিনত পুৰুষবোৰে পথাৰত কেনেকৈ কাম কৰে, তিৰোতাবোৰে পুখুৰীত কাপোৰ ধোৱে ইত্যাদি।

এইবোৰ কথা বাবাই মোক কৈ থাকোতে মন কৰিলো হঠাতে তেওঁৰ মনটো চঞ্চল হৈ উঠিল। তেওঁ মোলৈ বেদনাসিক্ত চকুৰে চাই থাকিল, আৰু এটা শিশুৰ দৰে কৈ উঠিল।

—আমি এসময়ত বাস কৰা সেই দেশখন ক'ত আছে?

—আগেয়ে য'ত আছিল এতিয়াও তাতেই আছে, মই ক'লো। সাগৰৰ সিপাৰত, আৰু জেৰুজ তাতে আছে। তেওঁ বিমোৰত পৰিল, সুধিলে, "তেন্তে আমি ইয়াত কিয় আছো?"

—সঁচাকৈ কিয় আছো? মই আৰু ঠিৰেৰে ৰব নোৱাৰিলো, বাবাৰ বুকুতে হালি পৰিলো। এতিয়া তুমিহে কান্দিব লাগিছা। তেওঁ কাল আৰু মই মূৰ নোতোলালৈকে নীৰবে পৰি থাকিল। তেওঁৰ বুকুত কোনো উত্তাপ নেপালো, কেৱল এক চেঁচা নীৰৱতা। চকুপানী শুকাই আহিলত মই মূৰ দাঙিলো।

—আপোনাৰ এতিয়া শুবৰ সময় হৈছে, মই ক'লো।

—তোমাৰ টোপনি আহিব নে? তেওঁ সুধিলে।

—এতিয়াই নাহিলেও পলমকৈ হলেও মোৰ টোপনি আহিব বুলি কৈ বাবাক সান্ত্বনা দিলো-আৰু উৰা কাপোৰখন ডিঙিলৈকে টানি দি মই গুচি আহিলো।

* * * *

উঃ ৰাতিৰ নীৰৱতাখিনি কিমান ভয়াবহ! কোনেও মোৰ ওচৰলৈ নাহে। এটা গ্ৰহত মইয়ে যেন একমাত্র জীৱিত প্ৰাণী! দূৰৈত অ'ত ত'ত দুই এটা চাকিৰ পোহৰ দেখিবলৈ পোৱা যায়। সেই পোহৰে ইঙ্গিত দিয়ে সেয়া ঘৰ, দুটা প্ৰাণী হয়তো লগত ল'ৰা-ছোৱালীও আছে। ম্যাটৰ সৰু ঘৰটিতো তেলৰ চাকি টিমিক-টামাককৈ জ্বলি আছে। উপত্যকাটিৰ মূৰত তিৰবিৰাই আছে ক্ৰচ পলডেনৰ ঘৰৰ সম্মুখত এটা নঙঠা বিজুলি চাকি। মোৰ বাবে সিহঁতৰ কোনেও পোহৰ বিলোৱা নাই। মাজে সময়ে মই মোৰ খালি ঘৰটিত আটাইকেইটা

লাইট্ জ্বলাওঁ। বাটকৰা মানুহে তেতিয়া হয়তো ভাবে ঘৰটো আলহীৰে ভৰি পৰিছে। কিন্তু আলহী মোৰ এজনো নাই।

আজি নিশা নীৰৱতাখিনি অসহনীয় হৈ পৰাত মই ওপৰ মহলালৈ গৈ জেৰল্ডৰ চিঠিৰ বাকচটো নমাই আনিলো আৰু মেজত সেই চিঠিবোৰ তাৰিখ অনুযায়ী খুলি ললোঁ। বেছি নাছিল, শেষৰখন বাদ দিলে মাত্র বাৰখন চিঠিহে হব। চাংহাইত তেওঁক আমি এৰি অহাৰ অলপ পিচতে প্রথমখন চিঠি লিখা হৈছিল। মই এতিয়াও ভাবো আৰু ভাবি আচৰিত হওঁ তেওঁক সেইদৰে এৰি অহাটো মোৰ উচিত হৈছে নে কি। তেওঁ মোক গুচি আহিবলৈ নির্দেশ দিছিল। মোৰ ভাব হয় তেওঁ ভয় খোৱা নাছিল। দৰাচলতে তেওঁক যথেষ্ট প্রফুল্লিত অৱস্থাতে এৰি আহিছিলো। তেওঁৰ ধাৰণা আছিল যে বিগত যুদ্ধৰ সময়ছোৱা যি দুর্যোগৰ মাজেৰে আমি কাল যাপন কৰিছিলো তাতকৈ অধিক দুর্বহ দিন পুনৰ আহিব নোৱাৰে। নতুন চৰকাৰৰ বিষয়ে তেওঁ এটা আশাবাদী মত পোষণ কৰিছিল, কিয়নো নতুন চৰকাৰৰ কর্ণধাৰসকলে পোনতে বহুত ভাল ভাল কথা শুনাইছিল। আমি থকা হোটেলখনত শ্বেত ৰাচিয়ান মিঃ পিলোস্কীয়ে যদিও সন্দেহজনক বহুতো কথাই কৈছিল আমি হলে সেই বিষয়ে কোনো পূর্বাভাসেই পোৱা নাছিলো।

—সিহঁতত বিশ্বাস নাই, মিঃ পিলোস্কীয়ে থিয় গোঁফকোছাৰ ওপৰত হাত বুলাই জোৰ দি কৈছিল। তেওঁ ইতিমধ্যে সত্তৰ বছৰৰ দেওনা পাৰ হৈছে। বিদ্রোহীসকলক-সিহঁত পৃথিৱীৰ যি ঠাইৰে নহওক লাগিলে, বিশ্বাস কৰিব নেলাগে। আমাৰ ৰাচিয়াতো সিহঁতে বহুতো আশা আৰু আশ্বাস দি পুৰণি সোপাকে লণ্ড ভণ্ড কৰিলে। সেইদৰে ফৰাচীতো ৰজাক হত্যা কৰিলে, ৰাণীক হত্যা কৰিলে আৰু পশুত্বৰ চূড়ান্ত নিদর্শন দেখুৱালে।

জেৰল্ডে তেওঁৰ লগত তর্ক কৰিছিল আমি যিদৰে চলিছে। এইদৰেও সৰহদিন আৰু চলিব নোৱাৰো মিঃ পিলোস্কী। যুদ্ধৰ পিচত জনসাধাৰণৰ অৱস্থা পানীত হাঁহ নচৰা বিধৰ হৈছে। মুদ্রা স্ফীতিৰ হেঁচাত ৰাইজ জুৰুলা হৈছে। তেওঁলোকৰ বাবে একোৱে কৰা হোৱা নাই।

—কিছুদিন পিচত আপুনি দেখিব যে এই অন্যায়, অতপালিবোৰ কৰি দেখুওৱাতকৈ একো নকৰাটোৱেই ভাল, মিঃ পিলোস্কীয়ে গহীনাই ক'লে। তেওঁ খঙত ৰঙা পৰি উঠিছিল, জেৰল্ডে কিন্তু মিচিকিয়াই হাঁহি আছিল আৰু সেই হাঁহিত অইনৰ যুক্তিতকৈ নিজৰ মতৰ প্রতি পৰম আস্থাৰ ভাব প্রকাশ পাইছিল।

আচলতে এই স্বভাৱটো চীনালোকসকলৰ আৰু জেৰল্ডৰ শৰীৰতো যে চীনৰ প্ৰভাৱ আছে তাক মই কেতিয়াও পাহৰা নাই। চীনালোকসকলে ভাৱে তেওঁলোক অন্য মানুহতকৈ বেলেগ, বেচি বুদ্ধিমান, বেচি জ্ঞানী। কিছুমান ক্ষেত্ৰত এই ধাৰণা মিছাও নহয়।

জেৰল্ডৰ প্ৰথম চিঠিখনত বেচ আনন্দৰ ভাৱ ফুটি উঠিছে। তেওঁ লিখিছে সকলো ভালেই চলিছে। মোৰ এতিয়া ভাব হৈছে তোমালোক চীনত থকা উচিত আছিল। বেণীয়ে পিকিঙত তাৰ কলেজলৈ গৈ থাকিব পাৰিলেহেঁতেন। আমি ইমান সোনকালে কিয় ভয় খাইছিলো—মই বুজিবলৈ টান পাইছো। ভাব হৈছে মোৰ এই পুৰণি দেশখনলৈ নতুন দিন আহিব লাগিছে।

'আমাৰ' পুৰণি দেশখনলৈ নহয়—"মোৰ"। মোৰ পৰা পৃথক হোৱাৰ এয়া প্ৰথম সঙ্কেত, মই ভালদৰে গম পালো। তেওঁ অকলে নিজৰ দেশ নিৰ্বাচন কৰি পেলালেই।

তেওঁৰ এই আশাবাদ পঞ্চমখন চিঠিলৈ প্ৰায় একেদৰে প্ৰকাশ পাইছিল। তাৰ পিছৰ চিঠিতে প্ৰথমে সন্দেহৰ ভাৱ মই লক্ষ্য কৰিছো। তেওঁ লিখিছে— 'মোৰ ইভ্', সুখৰ কথা যে তোমালোক এবছৰ আগেয়ে ইয়াৰ পৰা আঁতৰি গৈছা। নতুন চৰকাৰ কৃতকাৰ্য্য হবলৈ হলে প্ৰতিবন্ধকবোৰ আগেয়ে নিশ্চিহ্ন কৰিব লাগিব। ৰেছম ব্যৱসায়ী লিউচিনক তোমাৰ মনত আছেনে? তেওঁক ৰাষ্ট্ৰদ্ৰোহী যেন অনুমান হৈছে। ইমান নম্ৰ আৰু মৰমীয়াল মানুহজন। মাৰ্ক পলো দলংখনৰ ওপৰত তেওঁক আৰু এঘাৰজনৰে সৈতে গুলিয়াই হত্যা কৰা হৈছে। তাৰ ভিতৰত ডুগৰাকী তিৰোতা। এইটো সত্য যে কিছুমানে নতুন শাসন ভালপোৱা নাই। কিন্তু এই নতুন শাসনক এটি বাস্তব ঘটনা বুলি আমি মানিব লাগিব। ডুৰ্ভাগ্যৰ বিষয় যে শিক্ষামন্ত্ৰীজন বৰ শিক্ষিত লোক নহয়। মই পৰিবৰ্তনৰ বাবে ·····" সেই বাক্যটো কাটি পেলোৱা হৈছে। ইয়ে প্ৰমাণ কৰে যে সদায় সঁচা কথা কোৱাটো নিৰাপদ নহয়। ইয়াৰ পিচত জেৰল্ডে বিশেষ প্ৰয়োজনীয় কথা লিখা নাই। পূবৰ চোতালত থকা হালধীয়া চাণ্টুং গোলাপজোপা কেতিয়া ফুলিল সেই কথা জনাইছে।

মৰমৰ ইভ্—গোলাপ এইবাৰ পলমকৈ ফুলিছে। ধূলি আৰু ঘূৰ্ণিবতাহৰ উৎপাত এইবেলি বৰ বেচি, ইমান বেচিকৈ হোৱা আগেয়ে মই পোৱা নাই। পুখুৰীটোত যদিও নতুন পানী দি আছো কিছুমান মাছ মৰিব ধৰিছে। মালীটো এমাহ আগেয়ে তাৰ গাঁৱৰ ঘৰলৈ গ'ল, এতিয়াও অহা নাই। নতুন এজন

যোগাৰ কৰাও টান হৈছে। মানুহে কাম কৰিবলৈ নোখোজে......শব্দবোৰ আকৌ কাটি পেলাইছে। এইটো বিশ্বাসযোগ্য নহয়। মানুহে কাম কৰিবলৈ নোখোজে? কিয়? জেৰল্ডে মোৰ চিঠি পাইছে নে নাই নজনায়। মই নিতৌ চিঠি লিখো আৰু সপ্তাহত এদিন ডাকত পঠাওঁ।

অষ্টমখন চিঠি তেনেই চুটি: "ডিয়াৰ ৱাইফ্, আজিৰ দিনটো মোৰ অন্যান্য দিনবোৰৰ দৰেই গতানুগতিক। অহা বছৰটোৰ বাবে মই প্ৰফেচৰ সকলৰ কাৰ্য্যসূচী নিৰ্দ্ধাৰণ কৰিলো। নতুন আচাৰ্য্য গৰাকী ডেকাবয়সৰ হলেও বেচ বুধিয়ক আৰু বহুতো অভিজ্ঞতাৰে পুষ্ট। মহিলা ডীন গৰাকী মোৰ প্ৰাক্তন ছাত্ৰী। পঢা অৱস্থাৰ পৰাই তেওঁৰ উচ্চাকাঙ্খা মই লক্ষ্য কৰিছিলো। ৰেণীক ইঞ্জিনিয়াৰিং পঢ়িবলৈ ক'বা। শিক্ষা বিভাগত কাম কৰাতকৈ এইটোহে তাৰ বাবে ভাল হব। আজি বেচ গৰম পৰিছে আৰু এই গৰম মই অকলে বহুদিনলৈ ভোগ কৰিব লাগিব।"

নবম চিঠিখন অধিক অমনোযোগী মনোভাবৰ পৰিচায়ক। কালৰ অন্তৰ তেওঁ ভাগৰি পৰিছে। মই বুজি পাইছো। এনেকুৱা সময়ত আমি দূৰলৈ ফুৰিবলৈ ওলাই গৈছিলো। কেতিয়াবা সাগৰৰ পাৰলৈ, কেতিয়াবা আকৌ কেৰিয়াৰ ডায়মণ্ড পাহাৰলৈ। এবাৰ আমি টাইচানলৈ গৈছিলো আৰু বুদ্ধদেৱৰ মন্দিৰ এটাত এমাহ আছিলো। ৰেণীৰ এতিয়া মনত আছে নে নাই নেজানো। তাৰ বুঢা ভকতজনৰ সৈতে ৰেণীৰ বেচ ঘনিষ্ঠতা গঢ়ি উঠিছিল।

তিনিমাহৰ অন্তত দশম চিঠিখন মোৰ হাতত পৰিছিল। চিঠিখন তেনেই চুটি। পঢ়ি উঠি মই কান্দিছিলো আৰু এতিয়াও মোৰ একেই অৱস্থা হৈছে। যি শক্তিৰ কথা তেওঁ বুজি নেপালে সেই শক্তিৰ ওচৰতে তেওঁ আত্মসমৰ্পণ কৰিলে। তোমাৰ লগত আৰু আমাৰ ৰেণীৰ লগত আমেৰিকালৈ নগৈ মই ভাল কৰিলো নে নাই সন্দেহ হৈছে। কিন্তু এতিয়া বহুত পলম হৈ গ'ল। যদি মই আৰু তোমাক দেখা নেপাওঁ..." আকৌ তেওঁ শব্দবোৰ কাটি পেলাইছে।

একাদশ চিঠিখনে সকলো সন্দেহৰ অৱসান ঘটাইছে। "মৰমৰ প্ৰিয়তমা, আমাৰ আকৌ দেখা সাক্ষাৎ হব বুলি আশা নকৰাটোৱে ভাল হব যেন পাওঁ। আমি প্ৰত্যেকে যি পৰিস্থিতিত যিখন জগতত বাস কৰিছো তেনেদৰে থাকিবলৈ অভ্যাস কৰাটোৱে ভাল হব—তুমি তোমাৰ দেশত আৰু মই মোৰখনত। ৰেণীক মাৰ্কিন নাগৰিক হবলৈ দিবা। তাৰ বাবে এখন নিজৰ দেশ বিচাৰি উলিওৱাত তুমি সহায় কৰিবা। সি যদি মোক পাহৰি যায় যাবলৈ দিবা।"

ঘটনাৰ দ্ৰুত পৰিণতি বুজিবলৈ মোৰ বাকী থকা নাই। তেওঁ এতিয়া এজন বন্দী। তেওঁৰ মৰমৰ নগৰখন এতিয়া তেওঁৰ বাবে কাৰাগাৰ, তেওঁ আৰু মুক্ত নহয়। ময়ো মুক্ত হব নোৱাৰো, কাৰণ মই তেওঁক ভাল পাওঁ। তেওঁ জীয়াই থকা দিনলৈ মই মুক্ত হব নোৱাৰিম। মোৰ সান্ত্বনা এয়ে যে এগৰাকী নাৰী তেওঁৰ ওচৰত আছে। সেইগৰাকী যদিও মই নহওঁ, তেওঁৰ লগত এজনী আছে। তেন্তে মই কান্দিছো কিয় ?

কিন্তু মই কান্দিয়েই আছো।

*　　　　*　　　　*

আজি ৰাতিপুৱা হঠাতে বাবাই মোক চক্ খুৱালে। অইনদিনৰ দৰে উঠি ৰাতিপুৱাৰ পাতল ব্ৰেকফাস্ট খাই উঠি মোক ধন্যবাদ জনাইছেহে। এনেতে তেওঁ চকীখনত ঢলি পৰিল। ভাগ্য ভাল যে ম্যাট ওচৰতে আছিল আৰু তেওঁ তত্তালিকে ক্ৰুচ স্পলদেনৰ ওচৰলৈ পঠাই দিলো। মই কেৱল ক্ৰুচ অহালৈকে বাবাৰ কাষত থিয় হৈ থাকিলো, তেওঁক লৰচৰ কৰাবৰ সাহস নহ'ল।

ডাক্তৰ ক্ৰুচ বেগাবেগিকৈ খোলা গেটখনেৰে ওপৰ মহলালৈ উঠি আহিল আৰু গহীনভাবে ৰোগী পৰীক্ষা কৰাত লাগিল। মই তেওঁৰ আদেশৰ বাবে নীৰবে অপেক্ষা কৰিলো।

—চোলাৰ হাতখন কোচাই দিয়ক।

মই হাতখন কোচাই দিয়াত তেওঁ অতি সাৱধানে বেজী এটা মাংসৰ ভিতৰলৈ ঠেলি পঠালে। তাৰ পিচত নিজে বাবাক উঠাই নি বিছনাত শুৱাই দিলে।

গাত কাপোৰ দিয়ক আৰু শৰীৰটো গৰম কৰি ৰাখিব—তেওঁ মোক ক'লে। মই কৰিব পৰা বিশেষ একো নাই। তেওঁ নিজে এই বিপদৰ পৰা সাৰিব লাগে। আপোনাৰ গাত একো দোষ নাই। আনকি ময়ো যদি সেই সময়ত তেওঁৰ ওচৰত থাকিলোহেঁতেন বিশেষ একো কৰিব নোৱাৰিলোহেঁতেন।

—তেওঁ সাৰ পোৱালৈকে মই বাবাৰ কাষতে থাকিম, মই ক'লো।

—কোনো প্ৰয়োজন নাই। ক্ৰুচে ক'লে। আপুনি দৈনন্দিন কাম কৰি থাকক ; কেৱল মাজে মাজে আহি তেওঁক চাই যাবহি।

মই বাবাৰ গাত লেপখন দিলো। ক্ৰুচে ইতিমধ্যে বেগটো সামৰিলে। আমাৰ টিলাটো পুৱাৰ ৰ'দ পৰি গৰম হৈ উঠিছে যদিও বাবাৰ শৰীৰটো জেমেই ঠেঁচা। নিশ্বাস-প্ৰশ্বাস যে বন্ধ হোৱা নাই, ইমানেই।

মই মুখ তুলি চাই দেখো ক্ৰুচে মোলৈ চাই আছে।

—তেন্তে আহকচোন, তেওঁ ক'লে।

মই তেওঁৰ পিচে পিচে গলো। মই ভাবিছিলো তেওঁ দুৱাৰ মুখলৈ যাব। কিন্তু নহয়, তেওঁ আহল বহল কোঠাটোত বহি পৰিলে।

—এতিয়া কথা সুধিবৰ সময় নহয়, তেওঁ ক'লে। কিন্তু এজন মানুহৰ অন্তৰত উমি উমি থকা ভাব এটি প্রকাশ কৰিবলৈ কোনটো সময় উৎকৃষ্ট তাকো মই নেজানো…। এলিজাবেথ, মোক বিয়া কৰাবনে?

তেওঁ ঠাট্টা কৰা নাই। প্রথম মুহূর্তত মোৰ তেনে যেন লাগিছিল যদিও পিচত তেওঁৰ চকুৰ চাৱনিয়ে মোৰ ভুল ভাঙি দিলে।

—মই যে বিবাহিতা, মই ক'লো। মোৰ স্বামী জীয়াই আছে।

—মই জনা নাছিলো—তেওঁ লাহেকৈ উত্তৰ দিলে। তেওঁক মই কেতিয়াও দেখা নাই।

তেওঁ ইয়ালৈ আহিব নোৱাৰে। তেওঁ চীনত আছে; পিকিঙত।

—হয়তো মৃত্যু হবও পাৰে, তেওঁৰ মাত অস্পষ্ট হৈ আহিছে।

মই ক'লো—মোৰ মনত তেওঁ জীয়াই আছে।

ক্রচ উঠিল আৰু মজিয়াৰ পৰা চামৰাৰ বেগটো হাতত তুলি লৈ দুৱাৰমুখলৈ আগবাঢ়িল। তাতে তেওঁ ৰ'ল আৰু মোলৈ উভটি চালে।

—যিয়ে হওক, এলিজাবেথ, এই অনিশ্চিত যুগত ঘটনা প্রবাহৰ যি চঞ্চল সোঁত বৰ লাগিছে তালৈ চাই মোৰ প্রস্তাৱটো মই ৰাখি গলো।

—প্রস্তাৱটো নকৰা হলেই ভাল আছিল, মই ক'লো। এতিয়া আপোনাক দেখিলেই এই কথাটো মোৰ মনত পৰিব।

—ঠিক সেইটোকে মই বিচাৰিছো, তেওঁ ক'লে।

হঠাৎ তেওঁৰ মুখত এটি কাঠ হাঁহি দেখিলো। সেই হাঁহি লাহে লাহে তেওঁৰ শহীন আৰু প্রফুল্লিত মুখমণ্ডলত বিয়পি পৰিল। তেওঁ আঁতৰি গ'ল। আৰু এক অস্বস্তিকৰ অনুভূতি বুকুত লৈ মই থিয় হৈ থাকিলো। সেই অনুভূতি প্রেমৰ নহয়, সেয়া এক নাৰীসুলভ ৰোমান্সৰ মাদকতা মাথোন। জীৱনত দ্বিতীয়বাৰৰ বাবে পুৰুষৰ পৰা বিয়াৰ প্রস্তাৱ পালো। সঁচা কথা ক'ব লাগিলে প্রথমবাৰ পোৱা বুলিবই। কিয়নো জেৰল্ডে যেতিয়া মোক বিয়া কৰাম বুলিছিল, তেওঁ ইমান লাজকুৰীয়া ভয়াতুৰ আৰু সন্দিগ্ধ মনৰ আছিল, মই মনত দুখ পাওঁ বুলি ইমান সজাগ আছিল যে নানাৰকমে ফুচুলাই মেলি প্রস্তাৱটো মইয়ে আদায় কৰি লৈছিলো। এই মাত্র মোলৈ আগবঢ়োৱা প্রস্তাৱটোৰ সম্পর্কত মোৰ

কৰিবলগীয়া একো নাই। কচে যে কোনো তিৰোতাক ভাল পাব পাৰে—মোৰ কথাটো দূৰৈত থাওক, মই তিলমানো বিশ্বাস কৰা নাছিলো। ল'ৰা-ছোৱালী-বোৰক তেওঁ ভাল পায়…। মই নিজে লক্ষ্য কৰিছো যে কেৱল ল'ৰা-ছোৱালী-বোৰৰ মাজত থাকিলেহে এই অপৰিবৰ্তনীয় মানুহজনৰ অলপ বাহ্যিক পৰিবৰ্তন দেখা যায়। তেওঁ নিৰ্বিকাৰ প্ৰকৃতিৰ লোক, মই যিমানদূৰ জানো। মই অকলে থাকিব পাৰো, অকলে থাকিবলৈ মই শিকিছো। কিন্তু এজন নিৰ্বিকাৰ প্ৰকৃতিৰ লোকৰ সৈতে যে বাস কৰিব পাৰিম মোৰ সন্দেহ আছে।

চিন্তাৰ ঢৌত আত্মবিস্মৃত হৈ মই দুৱাৰখন বন্ধ নকৰাকৈয়ে বাবাৰ কোঠালৈ উঠি গলো। বাবাৰ চেতনা তেতিয়ালৈকে ফিৰি অহা নাই।

পিয়নজনে আজি চীন সাধাৰণতন্ত্ৰৰ ডাকটিকট লগোৱা চিঠি এখন দি গ'লহি।

—আপোনাৰ স্বামীৰ চিঠি হব লাগিব, তেওঁ ক'লে আৰু অতি গৌৰৱেৰে চিঠিৰ দ'মটোৰ পৰা মোৰ চিঠিখন উলিয়াই দিলে—যেন তেৱেঁই সাগৰৰ সিপাৰৰ পৰা চিঠিখন কঢ়িয়াই আনিছে।

—ধন্যবাদ, মই ক'লো। কিন্তু মই নক'লো যে ঠিকনা লিখা হাতৰ আখৰ কেইটাৰ পৰাই মই গম পাইছো—এয়া জেৰল্ডৰ চিঠি নহয়। এইখন তেওঁ দিছে, মই কি বুলি মাতিম তেওঁক? কিয়নো জেৰল্ডৰ স্ত্ৰী মইহে, আনহাতে উপপত্নী বোলাটোও মই পচন্দ নকৰো। অৱশ্যে তেওঁৰ প্ৰকৃত পৰিচয় সেইটোৱেই। মোৰ বিশ্বাস পিকিঙৰ আমাৰ থকা ঠাইখিনিত তেওঁক চীনা পৰিবাৰ আৰু মোক মাৰ্কিন পৰিবাৰ বুলি কয়। কিন্তু যিটো কথাই মোৰ অন্তৰত গভীৰতম আঘাত দি আছে সেইটো হ'ল তেওঁ যদি চিঠি লিখি পঠিয়াব পাৰে জেৰল্ডে কিয় নোৱাৰে? কিহে তেওঁক বাধা প্ৰদান কৰিছে? কোনো ধৰণৰ আনুগত্য বা ভয়ৰ বাবে ই সম্ভৱ হব পাৰে নেকি? আমাৰ যুগ্ম জীৱনৰ সেই অকৃত্ৰিম প্ৰেম এতিয়া কৃত্ৰিম হোৱা বুলি স্বীকাৰ কৰিবলৈ তেওঁ টান পাইছে নেকি?

লেফাফাটো ফালি মই চিঠিখন উলিয়াই ললো!

মৰমৰ বাইদেউ,

আপোনাৰ চিঠিখন পালো আৰু তাৰ বাবে আপোনাক ধন্যবাদ জনাইছো। এতিয়া আপোনাক আমাৰ স্বামীৰ বিষয়ে কোৱাটো মোৰ কৰ্তব্য। মই অৱশ্যে নিশ্চিত নহয় যে এই চিঠিখন আপুনি পঢ়িবলৈ পাব; তথাপি মই মোৰ কৰ্তব্য কৰি যাম। গোপনীয়ভাৱে মই এইখন পঠিওৱাৰ ব্যৱস্থা কৰিছো। যদি

ই বিপথে যায় আপুনি আৰু পোৱাৰ আশা নাই। কিন্তু মই চেষ্টা কৰিম যাতে আপুনি পায়। আমাৰ স্বামী ভালেই আছে যদিও আজিকালি তেওঁ মন মাৰি থাকে। তেওঁ মোৰ লগত কথা-বতৰাও বৰকৈ নেপাতে। প্ৰতিদিনে তেওঁ নিজৰ অফিচলৈ যায় আৰু ৰাতি উভটি আহে। ঘৰটো আপুনি এৰি যোৱা দৰেই আছে। মই অলপো পৰিৱৰ্তন কৰা নাই। কেৱল চাফ্-চিকুণকৈ ৰাখিছো। মাজে সময়ে তেওঁ অভিযোগ কৰে যে ঘৰটো বৰ পৰিষ্কাৰ হৈ থকা নাই। মই তেওঁক কৈছো যে আপোনাৰ দৰে নিখুঁতভাৱে সকলো কাম মই কৰিব নোৱাৰো। অৱশ্যে মই তেওঁৰ প্ৰিয় খাদ্যখিনি ৰান্ধি দিওঁ। তেওঁ আপোনাৰ কথা নকয়, কিন্তু আপোনাৰ স্মৃতিয়ে নীৰৱে তেওঁক আনন্দ দিয়ে— মই লক্ষ্য কৰিছো। নিশা যেতিয়া আকাশত জোনবাই ওলায়, তেওঁ চোতাললৈ ওলাই যায় আৰু জোনটিলৈ একেথৰে চাই থাকে। আপোনাৰ দেশত ওলোৱা জোন এইটোৱেই নে? মই শুনিছো একেটি জোনেই হেনো তাতো ওলায়। তেনেহলে সেই জোনটিৰ লগতে তেওঁ আপোনাৰ সতে কথা পাতে।

তেওঁৰ স্বাস্থ্য ভালেই আছে, কিন্তু টোপনি আগতকৈ কমিছে। আমাৰ কোনো ল'ৰা-ছোৱালী ওপজা নাই। তেওঁ মোক কৈছে যে তেওঁক হেনো সন্তান নেলাগে। মই সুধিছিলো মোৰ কি হ'ব? তেওঁ উত্তৰ দিছিল— তোমাৰ বাবে সন্তান জন্ম নোহোৱাটোৱেই মঙ্গল যিহেতু আমাৰ তেজ বিভিন্ন। কিন্তু সন্তান এটি মোক লাগে। মই মন্দিৰলৈ গৈ সদায় ইয়াকে প্ৰাৰ্থনা কৰোঁ। মই মনে মনে যাওঁ, কিয়নো মানুহবোৰে দেৱতাক এতিয়া বিশ্বাস কৰিব নেলাগে বুলি কয়। আপুনি নিজৰ প্ৰতি যত্ন লয়। আপুনি ইয়াত থকা হেঁতেন ঘৰখন এতিয়াৰ দৰে উকণা নেলাগিলহেঁতেন। আমি নিশ্চয় মিলা-প্ৰীতিৰে থাকিলো-হেঁতেন। ইতি

আপোনাৰ সৰুভনী।

তেওঁ নিজৰ নামটো এইবাৰ লিখা নাই, বোধহয় নিৰাপদ হবলৈকে। চিঠিখন চিঙ্গাপুৰৰ ডাকঘৰত দিয়া নাই, হংকঙত পোষ্ট কৰা হৈছে। চিঠিখন পঢ়ি কিয় নেজানো মোৰ মনটো ভাল লাগি গ'ল। চিঠিখনৰ ভাব বেচ মধুৰ আৰু ভাষা তেনেই উজু। আৰু আচৰিত কথা যে মোৰ মনত কোনো ক্ষোভ বা ঈৰ্ষাৰ ভাব নেজাগিল। ভাৰমণ্টৰ এই পাহাৰবোৰৰ ওপৰেদি যেতিয়া জোনবাই ওলায় মই বাহিৰলৈ ওলাই যাম আৰু থিয় হৈ জোনলৈ চাই থাকিম, কিয়নো জেৰাল্ডেও অলপ

আগেয়ে এই খোলাটিৰ পোহৰত বহু সময় কটাই দিছে। তোমাক ধন্যবাদ, ভনীজনী।

এয়া মোৰ অদ্ভুত গোপনীয় জীৱনযাত্ৰা। এই গুপুত জীৱনৰ কথা ক'ব পৰা হলেও খুব সম্ভৱ এই উপত্যকাৰ কোনো মানুহেই নুবুজিব। অৱশ্যে মই ক'বও নোৱাৰো। কিন্তু জেৰল্ডৰ সৈতে বাস কৰা পৃথিৱীখন ত্যাগ কৰিবলৈ মোৰ একান্ত ইচ্ছা হৈছে। যিবোৰ পৰিস্থিতিয়ে মোক বৰ্ত্তমানৰ জগত খনলৈ ঠেলি আনিছে সেই পৰিস্থিতি নিয়ন্ত্ৰণ কৰা মোৰ ক্ষমতাৰ বাহিৰত বুলি মই জানো। পাহাৰটোৰ টিঙত উঠি এই মুহূৰ্ত্তত যিদৰে মই মনৰ প্ৰয়োজনমতে সূৰ্য্যাস্ত বা চন্দ্ৰোদয় চাব নোৱাৰো মোক আগুৰি থকা পৰিস্থিতিসমূহো মই নাইকিয়া কৰিব নোৱাৰো। তথাপিও মোৰ বাবে অসাৰ আৰু নিৰৰ্থক হৈ পৰা পুৰণি পৃথিৱীখনৰ কথা মই পাহৰিব পৰা নাই। আনপিনে যিখন পৃথিৱীত বাস কৰিবলৈ পৰিস্থিতিয়ে মোক বাধ্য কৰিছে সেইখনকো মই আপোন কৰি লব পৰা নাই। এইদৰেই মই শূন্যতে ওলমি আছো।

যদি মই একেবাৰে নতবাকৈ থাকিব পাৰিলোহেঁতেন! মোৰ স্মৃতিশক্তি সম্পূৰ্ণ বিলুপ্ত হওক এয়ে মোৰ কামনা, কিয়নো মই অনুভব কৰিব পাৰিছো যে জেৰল্ডে আমাৰ দুয়োৰে মাজৰ মায়াৰ ৰচীডালৰ সূতা ডাল ডালকৈ কাটি দিব লাগিছে। তেওঁ যে মোলৈ লিখিবলৈকে এৰিছে অকল ইমানেই নহয়। মোৰ বাবে চিন্তা কৰিবলৈকো তেওঁ এৰি পেলাইছে। অন্য সময়ত অৰ্থাৎ যেতিয়া আমাৰ দেখা-সাক্ষাৎ হবৰ নিশ্চয়তা বা আশা থাকে মই তেওঁৰ মনৰ কথা আঁতৰৰ পৰাই উপলব্ধি কৰিব পাৰিছিলো। এবাৰ মই চুংকিঙত থাকোঁতে তেওঁ সাগৰৰ সিপাৰত শিক্ষক আৰু ছাত্ৰৰ এটি দল লৈ পশ্চিমলৈ গৈছিল। তেওঁলোক খোজকাটি যাব লগীয়া হোৱাত যথেষ্ট কষ্ট পাইছিল। সেই কষ্ট মইও উপলব্ধি কৰিছিলো। সন্ধিয়া সূৰ্য্যাস্তৰ সময়ত, বা আকাশত জোনবাই ওলোৱা সময়ত তেওঁৰ হৃদয়ৰ স্পন্দন আৰু সজাগ মনৰ স্পৰ্শ মই উপলব্ধি কৰিছিলো আৰু তেনেকৈয়ে মই তেওঁৰ সঙ্গসুখ লাভ কৰিছিলো। কিন্তু এতিয়া যদিও তেওঁক বিচাৰি মোৰ মনটোৱে সাত সাগৰ পাৰ হৈ যায় মই তেওঁক বিচাৰি নেপাওঁ। তেওঁ নিজে কৰবাত লুকাই থাকে। তেওঁ মোৰ মনৰ পৰা ক্ৰমে আঁতৰি গৈছে। ইয়াৰ অৰ্থ মাথোন এটাই হব পাৰে। তেওঁৰ সৈতে দেখা হবৰ কোনো আশাই নাই। তেওঁ মোক ভাল পাবলৈ এৰি পেলাইছে বুলি ভাবিবৰ মোৰ বিশ্বাস নহয়। ই অসম্ভৱ কথা। আমাৰ পাৰ্থিৱ

জীৱনৰ যৱনিকা পৰিছে বুলি ধৰিব লাগিব। কিন্তু তথাপিও মই শূন্যতে জীয়াই আছো। এপিনে অতীত আৰু বৰ্তমানৰ পৰা মই সম্পূৰ্ণ মুক্ত হব পৰা নাই আৰু আনপিনে ভৱিষ্যতটোও মোৰ দৃষ্টিগোচৰ হোৱা নাই।

ক্ৰুচে যেতিয়া মোৰ ওচৰত বিয়াৰ প্ৰস্তাৱটো দিছিল তেওঁৰ কথাকেইটা মোৰ কাণত প্ৰৱেশ কৰিছিল, কিন্তু অন্তৰত নহয়। কথাকেইটাৰ প্ৰতিধ্বনি মই অনুভৱ কৰিছিলো, কিন্তু ই কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব পৰা নাছিল। বাবাৰ কোঠাটোত প্ৰৱেশ কৰাৰ লগে লগে এই কথাষাৰৰ অৰ্থটোৱে মনত ভুমুকি মাৰিছে। অৱশ্যে পিকিঙৰ ঘৰত থাকোতে ইয়াৰ অৰ্থ যিমান সতেজ আৰু সজীৱ আছিল তাৰ তুলনাত এতিয়া তেনেই নিষ্প্ৰভ আৰু মৌন। ধ্বংসপ্ৰাপ্ত প্ৰাসাদ আৰু নিস্তব্ধ ফুলনিৰ মাজত বাস কৰা এজন মানুহৰ দৰে মইও নমৰি জীয়াই আছো মাথোন। মোৰ বাচি থকাৰ প্ৰয়োজন কেতিয়াবাই শেষ হৈ গৈছে। মই যে বাবাৰ কোঠালৈ ঘনাই আহো অন্য কাৰণৰ বাবে নহয়; নীলা ফুলবছা চীনা ৰেশমী পোছাকেৰে তেওঁৰ পুৰণি শৰীৰটো চাই ভাল লাগে। চীনৰ পৰা আহোতে যি অলপ কাপোৰ আৰু আচবাব আনিছিলো সেইবোৰ বাবাৰ কোঠাতে সজাই থৈছিলো। কোঠাটোত সোমায়েই মই দুৱাৰখন বন্ধ কৰি দিলো।

—বাবা, ভাল পাইছেনে? মই সুধিলো।

—একদম ভাল। তেওঁ শান্তভাবে উত্তৰ দিলে।

তেওঁৰ বৰ্তমান শাৰীৰিক অৱস্থাৰ কথা বাবাই বুজি পায় নে নাই সন্দেহ, বুজিবৰ একো অৰ্থও নাই। তেওঁৰ এসময়ৰ পৰিচিত পুৰণি পৃথিৱীখনতে বাবাই বাস কৰা বুলি ভাবে। মাজে সময়ে তেওঁ তেতিয়াৰ চাকৰবোৰৰ কথা সোধে।

—আম্মাক তুমি মোৰ কাপোৰ-কানি ধুবলৈ নোকোৱা কিয়?

—আম্মা ইয়াত নাই নহয়, বাবা।

—সঁচাই!

তেওঁ নোসোধে তাই ক'ত আছে। আচল কথা জানিলে তেওঁ সহ্য কৰিবলৈ টান পাব। তেওঁ নীৰৱে পৰি থাকে। পাহৰাটোৱে তেওঁৰ স্বভাৱত পৰিণত হৈছে। এয়ে জেৰল্ডৰ পিতা, বুঢ়া হলেও ধুনীয়া, ওখ আৰু পোন, ঋষিৰ নিচিনা ক্ষীণকায় আৰু তেওঁৰ চুলি পাহাৰৰ ওপৰৰ বৰফতকৈ বগা। বগা দাড়ি, বহুদিন চুলি কটা নাই। তেওঁ আনকি বেণীকো পাহৰিছে। তেওঁ নেভাবে। তেওঁ মাত্ৰ জীয়াই আছে—ইমানেই। তেওঁৰ এই নীৰৱ জীৱন যাত্ৰাই নিজত বাহিৰে আনৰ

অস্তিত্ব সম্বন্ধে একেবাৰে অজ্ঞ, শিশুসুলভ অৱস্থিতিয়ে মোক পিকিঙৰ কথা সঘনে ভাবিবলৈ বাধ্য কৰিছে।

ওহ্ সেই সপোনৰ নগৰীখন! জেৱহুৰ কথা মনত পৰিলে মোৰ মানস পটত ভ্ৰাহি উঠে সম্রাট সকলৰ নগৰীখনৰ কথা। জীৱনত প্ৰয়োজনীয় আটাইখিনিয়ে তাত আছিল। ৰাজকীয় প্ৰাসাদবোৰ ঐতিহাসিক ঘটনাৰে সমৃদ্ধ। সৰ্বসাধাৰণ লোকেও তেওঁলোকৰ অনাড়ম্বৰ আৰু অতি নিয়মথাপৰ জীৱন যাত্ৰাৰ কথা পাহৰি আহল বহল ৰাজআলিত মুক্তভাৱে বিচৰণ কৰিছিল। কিয়নো তেওঁলোকৰ পূৰ্ব-পুৰুষসকলৰ দিনৰ পৰাই ৰাজধানীতে তেওঁলোকে বাস কৰি আহিছে। আনকি মগনীয়া লোকসকলো ভীৰু নাছিল। তেওঁলোকে নিজৰ থকা ঠাইৰ পৰা দুহাত মেলি ওলাই আহিছিল যদিও নতশিৰে কেতিয়াও থোজকঢ়া নাছিল। গোটেইখন নগৰৰ কথা এতিয়া মোৰ মনত নাই। নানা বৈচিত্ৰৰে ভৰা ইয়াৰ জীৱন-প্ৰবাহ। তথাপিও মই পাহৰিব নোৱাৰো আবেলিৰ হেঙুলীয়া ধূলিময় বায়ুমণ্ডল ভেদ কৰি অহা সূৰ্য্যৰ উজ্জল ৰশ্মিৰ দৃশ্য, গ্ৰীষ্মকালত গোটেই চহৰখনে এখন ফুলনিৰ ৰূপ লোৱা দৃশ্যটি সেউজীয়া সুগন্ধি গছবোৰৰ আঁৰে আঁৰে জিলিকি উঠা নীলা পৰ্চিলনৰ ঘৰবোৰ শীতকালৰ বৰফে থকা ঘৰবোৰৰ পৰা আৰু আলিবাটৰ পৰা নোমৰ টুপীবোৰ কাণলৈকে পেলাই মেকুৰীৰ দৰে সাৱধানে অথচ হাঁহি হাঁহি ওলাই অহা তেজৰঙা ল'ৰা-ছোৱালীবোৰৰ মুখ কিখনৰ কথা, নিশাৰ উৎসৱ মুখৰ ৰাজপথবোৰৰ কথা অথবা দৈনন্দিন জীৱনৰ শান্ত পৰিস্থিতিৰ মাজত মমবাতি বা লেম্প জ্বলাই, পুৰুষবোৰে খোৰা টেবুলত বহি গল্প কৰা আৰু ঘৰৰ গিৰিহঁতনীয়ে কাষতে বহি কেচুৱা নিচুকাই থকা ছবিৰ কথা। ··তাৰে তুলনাত কিমান নীৰৱ আৰু জনশূন্য ভাৰমণ্টৰ এই উপত্যকাটি।

ইয়াত এতিয়া শৰত কাল আৰম্ভ হৈছে। গছৰ পাতবোৰ সৰি পাহাৰবোৰৰ নঙঠা অবয়বটো স্পষ্ট কৰি তুলিছে। বছৰটোৰ বাবে ফাৰ্মৰ কামখিনি আদায় কৰা হৈছে। গাইকিজনী নিতৌ দুবাৰকৈ খীৰোৱা, কুকুৰাবোৰক পানী আৰু আহাৰ দিয়া আৰু কণীবোৰ বুটলি অনাই মোৰ গতানুগতিক কামত পৰিণত হৈছে। ম্যাটক মই এইবোৰত সহায় নকৰিলেও চলে যদিও মই নিজে কৰিহে তৃপ্তি পাওঁ। জাৰকালিৰ আহাৰ বচাবলৈ যোৱা মাহত তিনিজনী গাই মই বিক্ৰী কৰিছো। যোৱাকালি ম্যাটে ধুমুহা আৰু শীতৰ পৰা হাত সাৰিবলৈ দুৱাৰ খিড়িকীবোৰ ডবলকৈ লগাই দিছে। ইপিনে বতৰটো আজি হঠাতে গৰম হৈ পৰিছে। চীনতো এইদৰে হঠাতে বতৰে ৰূপ সলায়। কিন্তু চীনৰ খেতিয়ক-

সকলৰ দৰে বাহিৰলৈ ওলাই গৈ 'আকাশৰ বুঢ়া মানুহটোলৈ মই আঙুলি দেখুৱাব নোৱাৰো। ভাত চীনা দেৱতাসকলৰ আৰু কৃষক শ্ৰেণীৰ মাজত এটি বন্ধুত্বপূৰ্ণ সম্বন্ধ আছে আৰু বন্ধুৰ দৰে অভ্যৰ্থনা আৰু গালি-শপনি দুয়োবিধকে দেৱতাসকলৈ পৰিস্থিতি অনুযায়ী আগবঢ়োৱা হয়। জনসাধাৰণে আশা কৰে যে প্ৰয়োজনমতে দেৱতাসকলে তেওঁলোকলৈ বৰষুণ আৰু ৰ'দ পঠাই থাকিব। এজন কৃষকে মনৰ ভাব প্ৰকাশ কৰিছিল এইদৰে।

"হেৰা বুঢ়াটো, মূৰ তুলি চোৱাচোন! জাৰৰ পৰিবৰ্তে এই গৰম পঠাইছা কেলেই? তুমি সৰগত মাতাল হৈ আছা নেকি? তোমাৰ মগজুত গোবৰ আছে নেকি ভাবি চোৱাচোন। সাৱধান কৰি দিছো কিন্তু, কোনো ধূপ-ধুনা আৰু নৈবেদ্য লৈ মন্দিৰলৈ নেযাম আৰু!"

দেৱতাবোৰৰ সম্বন্ধে মই বৰ সন্দেহবাদী আছিলো। কেনেকৈ বুজি নেপালো। দুদিনৰ ভিতৰতে উত্তৰ পিনৰ পৰা এক বিৰাট বৰফৰ ধুমুহা আৰম্ভ হ'ল। জেৰল্ড আৰু মই কিমান হাঁহিছিলো। মোৰ মনত আছে হাঁহিবলৈ তেওঁক মই শিকাব-লগীয়া হৈছিল। তেওঁৰ অন্তৰত থকা চীনাসুলভ ধেমেলীয়া মানুহজন মই লাহে লাহে আবিষ্কাৰ কৰি পেলাইছিলো। তেওঁক চীনাৰূপতহে বেচ প্ৰফুল্লিত দেখা গৈছিল। এতিয়া চীনা পৰিবাৰ গৰাকীয়ে তেওঁক হুহুৱাব পাৰিছে নে নাই ক'ব নোৱাৰো। এয়া তাইৰ চিঠিখনকেই পঢ়িবলৈ মই উলিয়াই লৈছো—তেওঁৰ চিঠি নহয়। জেৰল্ডৰ চিঠি পঢ়িবলৈ মোৰ মন নোযোৱা হ'ল, মই লাহে লাহে উপলব্ধি কৰিছো। সেইবোৰ যেন অন্য এক যুগৰ আওপুৰণি চিঠি। তেওঁ এতিয়া যিদৰেই নেথাকক মোৰ পৰিচিত জেৰল্ডজন হৈ থকা নাই। তেওঁৰ চীনা পত্নীৰ চিঠিৰ মাজেৰে মই তেওঁক পাবলৈ চেষ্টা কৰিছো, কিন্তু তেওঁৰ ছাটোহে মই দেখিবলৈ পাইছো।

* * *

আজি নিশা যেতিয়া মই মোৰ খিড়িকিখন খুলিলো এজাক বৰফ মিহলি বতাহ সোমাই আহিল। মোৰ মুখখন চেঁচা পৰিল আৰু বতাহত মোৰ নাইট গাউনটো উৰিব ধৰিলে! লৰালৰিকৈ বিছনালৈ আহি গৰম কাপোৰখন ডিঙিলৈকে ঢাকি ললো। মোৰ অকলশৰীয়া সত্বাটোৰ কথা মই মনত ভবা নাই। কম্বলখনিৰ উমটোৰ কথাহে ভাবিছো। মোৰ পোহনীয়া ভেৰাৰ নোমৰ পৰাই জুলাই মাহত এই কম্বল তৈয়াৰ কৰা হৈছিল। মোৰ ভেৰাই মোক গৰম কাপোৰ দিছে আৰু গাইকিজনীয়ে গাখীৰ, মাখন আৰু চানা দিছে। মোৰ মাটিৰ পৰা খোৱা আহাৰ

সংগ্ৰহ কৰিছো। নিজৰ ঘৰত উৎপন্ন হোৱা বস্তু গাত লৈ মই আত্মপ্ৰসাদ লাভ কৰিছো। এনেকুৱা ক্ষুদ্ৰ বস্তুবোৰেই মোক আনন্দ প্ৰদান কৰিছে। মই লক্ষ্য কৰিছো এই ক্ষুদ্ৰ বস্তুসমূহেই আচলতে চিৰস্থায়ী।

* * *

—আজি পৃথিৱীখন বৰফেৰে ঢাক খাই বগা হৈ পৰিছে আৰু পাহাৰবোৰৰ উচ্চতা দুগুণ বাঢ়িছে। ৰেণীৰ পৰা প্ৰথম চিঠি পালো। পিয়নজনে মাত্ৰ এথনেই চিঠি আজি দি গৈছে। বাকনীঘৰতে মই বহি ললো আৰু খামটো খুলি পেলালো।

"মৰমৰ মা"

আথৰ কেইটাত চুমা খাই পেলালো আৰু পিচত পঢ়িলো। সি এনেদৰে লিখিছে যেন মাত্ৰ যোৱা কালিহে ঘৰৰ পৰা গৈছে।

কিন্তু ৰেণী, তুমি আছা ক'ত? চিঠিখন পশ্চিমৰ কলেজ এখনৰ পৰা পঠাইছে। দেউতাকে পঢ়া হাৰ্ভাৰ্ডলৈ যাবলৈ তাৰ মন নগ'ল, সি লিখিছে। সি এটা স্বকীয় মানুহ হব খোজে। চিঠিখন তেনেই সাধাৰণভাবে লিখা, কোনো বিশ্লেষণ নাই। সি ভালদৰে পঢ়া-শুনা কৰিছে। পদাৰ্থবিদ্যা তাৰ ভাল লাগিছে। জৰ্জ ব'ৰেন নামৰ ছাত্ৰ-এজনৰ সৈতে সি একেটা কমত আছে। অ' জৰ্জ বোৰেনৰ ভনীয়েক এজনীও আছে। ধুনীয়া নহয়তো? কিন্তু বেচ বুদ্ধিমতী আৰু মৰম-লগা। ওখ।

—মা, এতিয়া তুমি আৰু কল্পনা-শক্তিৰ আশ্ৰয় নলবা।

মই ছোৱালীবোৰক ভালদৰে বুজি উঠিছো। ইয়াত মই বৈ গলো। উনৈশ বছৰ বয়সতে মোৰ ল'ৰাই ছোৱালীৰ মন বুজি উঠিছে! উঃ এলেগ্ৰা, তুমি তাক বৰ আঘাত দিছা। অবশ্যে প্ৰতিজন পুৰুষ আৰু নাৰীয়ে প্ৰথম প্ৰেমৰ পৰা আঘাত পায়। খুব কমেইহে ইয়াৰ ব্যতিক্ৰম। জেৰল্ড আৰু মোৰ বেলিকাও সেইদৰে প্ৰথম প্ৰেমেই একমাত্ৰ প্ৰেমত পৰিণত হৈছিল গৈ।

"বৰদিনৰ সময়ত ঘৰলৈ যাম"—ৰেণীয়ে লিখিছে। ঘৰ সুন্দৰ বাতৰি। মোৰ বাবে এয়ে যথেষ্ট। ল'ৰাটো ঘৰলৈ আহিব আৰু আমি বৰদিনৰ উৎসৱ পাতিম। বাবা আৰু মই অকলে, বৰদিনটো তেনেই উৰুঙা লাগিলহেঁতেন। বাবাই নিশ্চয় বৰদিনৰ কথা পাহৰি গৈছে, মোৰো মনলৈ অহা নাছিল অতদিনে। ৰেণীৰ পৰা এই চিঠিখন নোপোৱা হ'লে ময়ো বৰদিনটো অন্য সাধাৰণ দিনৰ দৰেই অতিবাহিত কৰি দিলোহেঁতেন। কিন্তু এতিয়া সকলো যোগাৰ কৰিব

লাগিব। খোৱা বস্তু যোগাৰ কৰাৰ লগতে তাৰ বাবে বড়া চুৰেটাৰ এটাও গুঠিব লাগিব। তাৰ লগত থকা কাপোৰবোৰৰ কি অৱস্থা হৈছে বা। আটাইবোৰ সি ঘৰলৈ আনিব লাগিব। মই ভালদৰে চাই লম। হঠাতে ঘৰটো পোহৰ আৰু জীৱনেৰে পূৰ্ণ হৈ পৰিল। বাবাক ক'বলৈ মই ওপৰ মহলালৈ লৰ দিলো।

—মোৰ আঠু দুটা চেঁচা হৈছে, চীনাভাষাতে তেওঁ ক'লে।

—অসাৱধান হৈ কম্বলখন মজিয়ালৈ যাব দিছে কিয়? ময়ো চীনাভাষাতে অলপ ধমকিৰ সুৰত ক'লো। চীনাভাষাত কথা ক'লে তেওঁ ইংৰাজী পাহৰি যায়। মই কিন্তু শুভ সংবাদটো ইংৰাজীতে দিলো:

—বাবা, বৰদিনত বেণী ঘৰলৈ আহিব। শুনিছে জানো? বুজি পাইছেনে মই কি কৈছো? মোৰ লগে লগে কওকচোন 'বেণী মোৰ নাতিল'ৰা।"

বৃদ্ধ চকুহাল মোৰ মুখলৈ তেওঁ তুলিলে। কঁপা কঁপা মাতেৰে উচ্চাৰণ কৰি গ'ল, 'বেণী মোৰ নাতি ল'ৰা'।

—সি বৰদিন উপলক্ষে ঘৰলৈ আহিব।

—বৰদিনত ঘৰলৈ আহিব—বাবায়ো কৈ গ'ল।

—মোৰ সন্দেহ—তেওঁ কথাষাৰিৰ অৰ্থ জানিছে নে নাই। কিন্তু বেণী আহি উপস্থিত হলে তেওঁ নিশ্চয় জানিব। বাবাৰ মূৰতে চুমা এটা খাই মই বেণীৰ কোঠালৈ বেগাই গলো। বেৰবোৰত নতুনকৈ ৰং দিব লাগিব—ম্যাটে পাৰিব বুলি মোৰ বিশ্বাস নহয়। পাতল হালধীয়া পেইণ্টটোৱে ভাল হব।

* * *

দিনবোৰ পাখি লগা কাড়ৰ দৰে অতিবাহিত হৈছে। খ্ৰীষ্টমাচলৈ মাত্ৰ চাৰিদিন বাকী। আজি বেণী আহি পোৱা কথা। ইয়াৰ ভিতৰতে পিকিঙৰ ঘৰৰ পৰা দুখন চিঠি পাইছো, তাৰে এখন মেনিলাত আৰু আনখন বেঙ্ককত পোষ্ট কৰা হৈছিল। চীনা তিৰোতাজনী বেচ বুদ্ধিমতী। তাইলৈ আকৰ্ষণ মোৰ ক্ৰমে বাঢ়িবলৈ ধৰিছে। বহু আঁতৰৰ ঠাইতো চিঠি পোষ্ট কৰিব পৰা তাইৰ বান্ধৱী আছে যেন লাগে। স্বেৰন্ডৰ নিৰাপত্তাৰ বাবে যে তাই কামবোৰ ইমান সাৱধানে কৰে মই বুজি পাইছো। তেওঁৰ চিঠি হলে ভালদৰে পমখেদি তাক পঢ়ি চোৱা হব, কিন্তু তাইক কোনেও সন্দেহৰ চকুৰে নেচায়। তাই নিজৰ চোলাৰ ভিতৰত চিঠিবোৰ সুমুৱাই আনি কোনো বান্ধৱীৰ ঘৰত সুৰাৰ ছলেৰে দি থৈ যায়। তাই দেখিবলৈ কেনে হব বাৰু? কেতিয়াবা সৰু ফটো এখন খুজি পঠিয়াবৰ মন যায়। পাৰিলে তাই নপঠোৱাকৈ নেথাকে, মই জানো। তাই

বেচ মবমলগা আৰু কথা চহকী স্বভাৱৰ তিৰোতা। ফটোগ্ৰাফ আৰু উপহাৰৰ বস্তুবোৰ তাই বৰ যতনাই ৰাখি থয়। তাই জেৰল্ডৰ কথা, ঘৰখনৰ কথা আৰু শিহঁতে কি কৰিছে সকলোবোৰ লিখে। তেওঁৰ নামটো কেতিয়াও নিলিখে, কিন্তু আমি দুয়ো জানো যে "তেওঁ" জন কোন ?

—"তেওঁৰ আজি সর্দি আৰু কাহ হৈছে। ক্লাচত বক্তৃতা দিবৰ সময়ত ডিঙিত ধূলি জমা হয় যেন লাগে। মই গৰম চাহত আদা আৰু মৌ মিহলাই দিয়াত খাই তেওঁ আৰাম পাইছে।"

সঁচা কথা শৰতকালৰ ধূলি খাই জেৰল্ডে আগেয়েও কাহিছিল। ফলত ৰাতি ভাল টোপনি নহৈছিল। উত্তৰ পশ্চিম ফালৰ মৰুভূমি সদৃশ এই ঠাই এৰি বহুদূৰৈৰ ইয়াংষ্টি নৈৰ পাৰৰ কোনো এখন নগৰলৈ কিছুদিনৰ বাবে ফুৰিবলৈ যোৱা কথা তেতিয়া আমি ভাবিছিলো। কিন্তু সিদ্ধান্ত লবৰ সময়ত সদায়ে দেখা গৈছিল যে জেৰল্ডৰ পিকিং এৰি যোৱাটো হৈ নুঠে।

"দেশখন এজনৰ বাবে যেনেকুৱা নগৰখনো ঠিক তেনেকুৱা—তেওঁ কৈছিল। এনেকুৱা ঠাই দুখন পোৱা নেযায়। অন্য যিকোনো ঠাইলৈ গলেই মই তাত বিদেশী হৈ পৰিম।"

গতিকে আমাৰ আৰু যোৱা নহয়গৈ। মোৰ কিয় তেতিয়া আদা আৰু মৌ মিহলোৱা গৰম চাহৰ কথা মনলৈ অহা নাছিল বাৰু ? মোতকৈ দেখিছো তাই বেছি ভালদৰে যত্ন লব জানে। সেই অনুপাতে আন্তৰিক ভালপোৱাও তাই যাচিব পাৰিছে জানো ? তাই সৰ্বান্তঃকৰণেৰে তেওঁক ভাল পায় বুলি মোৰ বিশ্বাস হৈছে। অৱশ্যে তাইৰ অকণমান হিয়াখন অলপতে পূৰ্ণ হৈ যায়। তেওঁৰ বাবে সেয়ে জানো যথেষ্ট ? বোধহয় হয়। মোৰ জানিবৰ উপায় নাই।

"ইন্দ্ৰমালতী ফুলকেইজোপা এইবেলি বেচ ধুনীয়াকৈ ফুলিছে। ডাঙৰ চোতালখনৰ উত্তৰফালৰ বেৰৰ সন্মুখত এই ফুলবোৰ ফুলি আছে।"

সেই ঠাইতেই আগৰ পৰাই ফুলি আছিল। গুলপীয়া আৰু বগা ফুলকেই-জোপামান মই আমাৰ শোৱা কোঠাটোৰ বাহিৰত ৰুইছিলো। তাই ইয়াৰ কথা কিন্তু উল্লেখ কৰা নাই।

"তেওঁৰ বৰ্ত্তমান কাম খুউব বাঢ়িছে। নতুন নতুন ক্লাচ খুলিছে আৰু নতুন নতুন ছাত্ৰও বহুতো বাঢ়িছে। তেওঁৰ পৰিশ্ৰম অতিপাত বৃদ্ধি হৈছে। ৰাতি তেওঁৰ টোপনি নাহে। আহিলেও তেওঁ মুখেৰে কিবাকিবি ভোৰভোৰাই থাকে, মই বুজি নেপাওঁ।"

তেওঁ মোৰ নামো উচ্চাৰণ কৰে জানো? কৰিলেও সেই কথা স্বীকাৰ কৰা তাইৰ বাবে সহজ নহয়। তেওঁৰ আৰু মোৰ মাজত এতিয়া ব্যৱধান বহুত। এতিয়া লগ পালেও আমাৰ এই ব্যৱধান কমিব বুলি ক'ব নোৱাৰি। তেওঁক এৰি অহাৰ পিচৰ এই সুদীৰ্ঘ কালছোৱাত মোৰ অলপো অংশ নাই, তেওঁ অকলে কটোৱা এই দিনবোৰৰ কথা মোক ক'ব নোৱাৰিব। ময়ো তেওঁক সুধিব নোৱাৰিম। কিয়নো আমাৰ দাম্পত্য জীৱনত ইমান দিনৰ নীৰৱতা কাহানিও আমি ভোগ কৰিব লগা হোৱা নাছিল।

চিঠিখন আকৌ ভাজ কৰি থলো। এইবোৰ চিন্তা কৰিবলৈ এতিয়া সময় নাই। আজি ৰাতিয়ে ৰেণী আহি পাব। মই তাৰ কোঠাটো সজাই থৈছো। বেৰত নতুন পেইণ্ট লগাইছো। ফাৰ্ণিচাৰখিনিতো নতুন ৰং দি চিক্‌চিকিয়া কৰি ৰাখিছো। আটাইবোৰ কাম লৰালৰিকৈ কৰি পেলোইছো, সময় কিন্তু অতি লাহে লাহে পাৰ হব ধৰিছে। ঘড়ীৰ কাটা অতি ধীৰ গতিত চলা যেন লাগিছে। এবাৰ ভাবিছিলো খ্ৰীষ্টমাছ ট্ৰি আনি সজাই থম, পিচত ঠিক কৰিলো যে সেয়া উচিত নহ'ব। কিয়নো সি আৰু মই মোৰ শৈশৱৰ কালৰ ৰীতি মানি চলি আছো। সৰুতে মই দেউতাৰ সৈতে গৈ খ্ৰীষ্টমাছ ইভৰ দিনাখন মৌ পাহাৰৰ পৰা গছডাল কাটি আনিছিলো। পৰিয়ালৰ পৰম্পৰাগত ৰীতিবোৰ পালন কৰি চলা আমাৰ প্ৰয়োজন হৈ পৰিছে। সিয়ে অতীতৰ লগত আমাক পৰিচয় কৰাই দিয়ে আৰু ভৱিষ্যতৰ বাটটো প্ৰশস্ত কৰি তোলে। জেৰল্ডৰ মাকে যদি তেওঁৰ পৰিয়ালটো বাবাৰ পৰিয়ালৰ ওচৰ চপাব পাৰিলেহেঁতেন আৰু তেওঁলোকৰ বংশৰ ইতিহাসত জেৰল্ডক এটা স্থান দিব পাৰিলেহেঁতেন তেওঁ ইমান অকলশৰীয়া হৈ ডাঙৰ হব নেলাগিলহেঁতেন। সম্ভৱ বাবাই ইয়াত সন্মতি নিদিলে নাইবা তেওঁৰ পৰিবাৰেও এই আচহুৱা বিবাহখনত সোমাই আটাইৰে পৰা পৰিত্যক্ত বুলি অনুভৱ কৰিলে আৰু বিদ্ৰোহীদলত যোগ দিলেগৈ। যিসকলে আশাৰ মুখ নেদেখে আৰু নিজকে অকলশৰীয়া বুলি জ্ঞান কৰে তেওঁলোকে বিদ্ৰোহ কৰে। সেইবাবে এতিয়া ৰেণীক মই বিদ্ৰোহী হোৱাৰ পৰা ৰক্ষা কৰিব লাগিব। এই উপত্যকাতে আমাৰ পূৰ্বপুৰুষসকলক কবৰ দিয়া হৈছে আৰু ৰেণীয়ে ইয়াতে তাৰ স্থান বিচাৰি লব লাগিব। সি মোৰ দেশৰে নাগৰিক হব লাগিব; অন্যথাই যলৈকে যায় তাতেই সি বিদ্ৰোহী হৈ পৰিব।

মই পুনৰ উত্তেজিত হৈ পৰিলো। দুৰ্বলেই হওক বা সবলেই হওক—এয়া মাকৰ মন। ছোৱালী হলে মোৰ লগতে থাকিলহেঁতেন আৰু মোৰ কথা

শুনিলেহেঁতেন। কিন্তু ৰেণীয়ে ইতিমধ্যে মোৰ পৰা আঁতৰি গৈছে। সি এজন অচিনাকি মানুহ অহাদি আহিব। মই নতুনকৈ তাৰ সৈতে পৰিচিত হব লাগিব, যেন তাক আগেয়ে লগ পোৱাই নাছিলো। সেইকণ জ্ঞানৰ মোৰ অভাব নহ'ব বুলিয়ে আশা ৰাখিছো।

বহু প্ৰতীক্ষিত সন্ধিয়াটো লাহে লাহে চমু চাপি আহিছে। পৰ্বতৰ ওখ শৃঙ্গবোৰে সূৰ্য্যক আঁতৰাই ৰাখিছে যদিও আকাশখন এতিয়াও ৰঙচুৱা হৈ আছে। ঘৰৰ ভিতৰত ব্যস্ততাৰ সৈতে বাবাও চঞ্চল হৈ উঠিছে। তেওঁ আজি বিচনালৈ সোনকালে নেযাওঁ বুলিছে। সোণৰ বুতাম লগোৱা উৎকৃষ্ট চীনা গাউনটো তেওঁ পিন্ধিব খুজিছে।

নৈশ ভোজনৰ যাৱতীয় ব্যৱস্থা শেষবাৰৰ বাবে তদাৰক কৰি মই তলৰ মহলাৰ সম্মুখৰ দুৱাৰমুখত থিয় হলোগৈ। ৰেণী এইখন দুৱাৰেৰে ভিতৰলৈ আহিব। ক্ষন্তেক পিছতে এযোৰ পোহৰ আগবাঢ়ি অহা চকুত পৰিল। মোৰ বিশ্বাস মানচেষ্টাৰতে সি এখন মটৰ গাড়ী ভাৰালৈ লৈছে। সি অহা সময়টো মোক কোৱা নাছিল, কোৱা হলে মই আগবঢ়াই আনিবলৈ যাব পাৰিলোহেঁতেন। গাড়ীখন পালেহি আৰু জোৰেৰে শব্দ কৰি ৰৈ গ'ল। তেনেহলে এয়া ৰেণী নহয় নেকি? ওচৰেৰে কোনোবা সান্ধ্য ভ্ৰমণকাৰী নেকি? গাড়ীৰ ভিতৰৰ পৰা দুজন ওখ মানুহ ওলাই আহিল; কাষলৈ অহাত চিনি পালো এজন ৰেণী আৰু আনজন শ্যাম; আৰু প্ৰথমতে শ্যামেই মাত দিলে:

"হেল্লো মিচেচ মেকলিয়ড! মই আগৰ পৰাই ভাবিছিলো যে ৰেণীৰ সৈতে মই আহিম আৰু বুঢ়া ভদ্ৰলোকজনক চাই মামহি। খ্ৰীস্টমাচৰ বাবে যদি মোৰ প্ৰয়োজন নাই আপুনি মোক খেদি দিব পাৰে।"

তেওঁ বেচ জোৰেৰে কৰমৰ্দন কৰিলে মোৰ লগত। তেওঁৰ নীলা চকুযুৰি তিৰবিৰাই উঠিছিল। মোৰ কান্ধৰ ওপৰেদি তেওঁ হাতদুখন আগবঢ়াই দিলে আৰু গালত সজোৰে চুমা খালে। এইখিনি সময়ত সম্ভাষণ জনাবলৈ মই কথাত উজুটি খাই পৰিবলগীয়া হৈছিলো যদিও মোৰ দৃষ্টি আছিল ৰেণীৰ ওপৰত। সি বেচ ওখ হৈছে আৰু মিচিকিয়াই হাঁহি আছে। মুখেৰে এষাৰো মাত নাই। শ্যামে অকলে হুলস্থূল কৰা বুলি বোধহয় গম পালে। অলপ পিচতে তেওঁ পিচুৱাই গ'ল।

"ম', মোক মাফ কৰিবা"—বুলি কৈ ৰেণী আগুৱাই আহিল আৰু মোৰ হাতখন তাৰ দুয়োহাতৰ মাজত সুমুৱাই ললে। পিছত সিখন গালত লাহেকৈ

এটি চুমা খালে, ইয়ান লাহেকৈ যে তাৰ চেঁচা ওঁঠৰ পৰশটো মই অনুভৱেই কৰিব নোৱাৰিলো।

সি বেচ ওথ হৈছে। সি মোলৈ চাইছে তলমুৰাকৈ আৰু মই তালৈ চাইছো ওপৰলৈ মুখ কৰি। সি অইন কথা একো ক'ব খোজা নাই। ময়ে ক'লো:

—আহা আহা ভিতৰলৈ আহা। বাহিৰত বেচ শীত পৰিছে। সোমাই আহিল। ৰেণীয়ে ডাঙৰ কোঠাটোৰ কেউফালে দৃষ্টি নিক্ষেপ কৰিব ধৰিলে। মই আটাইবোৰ লাইট জ্বলাই দিছো আৰু খোৱা টেবুলতো মোমবাতি জ্বলাই দিছো। আটাইতকৈ দামী কাপোৰ খন আজি খোৱা টেবুলত পাৰিছো আৰু মাজত থৈছো এথোপা ধুনীয়া হোলি ফুলেৰে ডাঙৰ ফুলদানী এটা। আমি ইয়াত হোঁলি ফুল গজাব নোৱাৰো। মই চহৰৰ পৰা যথেষ্ট দাম দি এইথোপা কিনি আনিছো।

—ফুলথোপা ভাল লাগিছেনে তোমাৰ? মই ৰেণীক সুধিলো। সি কেৱল মূৰ দুপিয়ালে। ওহো তাৰ ভাল লাগিব নোৱাৰে, কিয়নো সি আগৰ ৰেণী হৈ থকা নাই। তাৰ পৰিৱৰ্তন মই লক্ষ্য কৰিছো। আৰু মই অনুমান কৰিছো মাকৰ প্ৰতি তাৰ শঙ্কাৰ ভাব উপজিছে। মই তাক আগৰ নিচিনা হবলৈ অৰ্থাৎ এজন পুৰুষৰ সলনি এটি ল'ৰা হবলৈ বাধ্য কৰাম বুলি ভয় খাইছে। ল'ৰা হবলগীয়া হলেও সি মোৰ পুত্ৰ হবলৈ প্ৰস্তুত নহয় যেন লাগিল।

—নিজৰ কোঠালৈ যাবা নেকি? মই অলপ ভদ্ৰতা দেখুৱাই তাক সুধিলো। ৰেণী তোমাৰ কোঠাটো ঠিক কৰি থোৱা আছে। মাত্ৰ অলহী কোঠাটোত আপোনাৰ বাবে কেইখনমান টাৱেল দিব লাগিব শ্যাম। আপুনি অহাত মই সুখ পাইছো।

সঁচাকৈ মই সুখ পাইছো। প্ৰথমতে তেওঁক চিনি নেপাই এজন অচিনাকি লোক লগত অহা বুলি ভাবি বিৰক্তিয়ে লাগিছিল। কিন্তু এতিয়া বুজি পাইছো তেওঁ কিয় আহিছে। যাতে ৰেণীয়ে মাকৰ ঘৰত অকলশৰীয়া নহয় সেইবাবে তেওঁক লৈ আহিছে। মোৰ ওচৰত সি অইন এজনৰ সহায়ৰ প্ৰয়োজন বোধ কৰিছে। গতিকে মই বেচ শান্ত হব লাগিব আৰু তাৰ ওচৰত কোনো দাবী নকৰাই ভাল হব। সেয়ে শ্যাম লগত অহাত ভাল পাইছো। দুয়োকো একেলগে নতুন মানুহ হিচাপে ব্যৱহাৰ কৰিবলৈ উদ্ভু হব।

—ৰেণী, তোমাৰ কোঠাটো জানা নহয়? মুখত এমোকোৰা হাঁহি লৈ ক'লো। আৰু শ্যাম, আপুনি যদি এয়া সোঁপিনে যায়......।

—বুঢ়া ভদ্ৰলোকজন কেনে আছে ? শ্যামে তপৰাই সুধিলে।

—তেওঁ আপোনাক দেখি বং পাব, মই ক'লো।

—তেওঁ ক'ত আছে ?

—ইয়াত—বাবাৰ কোঠাৰ। দুৱাৰখন মই খুলি দিলো আৰু শ্যাম সোমাই গ'ল। বেণীয়ে কিন্তু তাৰ নিজৰ কোঠালৈ গ'ল আৰু দুৱাৰখন জপাই দিলে।

—ভালনে আপোনাৰ ? শ্যামে ডাঙৰকৈ মাতি বাবাৰ কাষলৈ গ'ল আৰু কৰমৰ্দন কৰিলে। বাবাই কিন্তু অসহায় দৃষ্টিৰে তেওঁলৈ চাই থাকিল।

—একেবাৰে চীনৰ প্ৰাচীন সম্ৰাট এগৰাকীৰ দৰে বহি আছে; শ্যাম আৰু কাষ চাপি ঘনিষ্ঠভাবে ক'লে। কেনে আছে ডঃ মেকলিয়ড ? বাবাৰ ওচৰলৈ তেওঁ এখন কাঠৰ চকী আনি বহি ললে।

—ভালেই আছো, বাবাই সাৱধানে উত্তৰ দিলে। বাবাই মোলৈ এবাৰ চালে, পিচত শ্যামলৈ দৃষ্টি ঘূৰালে। তুমি মোৰ নাতি হোৱানে ? তেওঁ নম্ৰভাৱে সুধিলে।

শ্যামে হো হো কৈ হাঁহিব ধৰিলে—নহয় নহয়। বেণীৰ ইমান পৰিবৰ্তন হোৱা নাই। মোক আপোনাৰ মনত পৰা নাইনে চাৰ ? মোৰ মইখুটিৰ ঘৰলৈকে যে আপোনাক আনিছিলো, পাহৰিলে জানো ? কিয়, দুয়োজনে কিমান ঘনিষ্ঠ হৈ পৰিছিলো !

বাবাৰ লাহে লাহে মনত পৰিল। তেওঁ মূৰ দুপিয়ালে আৰু বেতৰ লাখুটি ডালৰ মূৰটো দুই তিনিবাৰ মান কাৰ্পেটখনত চোচৰাই দিলে।

—শ্যাম, তেওঁ সাৱধানে উচ্চাৰণ কৰিলে। শ্যাম হয়নে ?

—কিয় নহয়, শ্যামে আনন্দতে চিঞৰি দিলে।

আপুনি সুন্দৰভাৱে আছে। আপোনাক খুব ভালদৰে যত্ন লোৱা হৈছে।

মই তেওঁলোকক এৰি বেণীৰ কোঠালৈ যাবলৈ মন কৰিছিলো। মোৰ ল'ৰাক যদি অকলে এবাৰ লগ পাওঁ তাক অতি মৰমেৰে এবাৰ সাৱটি ধৰিম। মাত্ৰ এবাৰ। কিন্তু নহ'ল, শ্যামে মোলৈ চাই আছে। মই দুখোজমান দিছোহে—তেওঁ মাত লগালে—হেৰি, মোক ভুল নুবুজিব। অকণমান সময় বেণীক অকলে থাকিবলৈ দিয়ক। তাক নিজৰ সময়মতে ওলাই আহিব দিয়ক। সি আপোনাৰ কাষলৈ আহিবই।

—মই বুজিছো। মই উত্তৰত ক'লো আৰু উভতি আহি সেই অপেক্ষাতে বহি ৰলো।

এটা সময়ত ৰেণীৰ দুৱাৰ মেল খালে আৰু সি সোমাই আহিল। পিন্ধনত তাৰ নতুন পোছাক। বাদামী ৰঙৰ শ্লেকচ্ আৰু টুইদৰ জেকেট। আগেয়ে দেখা নাছিলো। ক'লা চুলিবোৰ মিহিকৈ ফণিযাইছে আৰু ডিঙিত এডাল ৰঙা টাই লগাইছে। তাক পুৰুষ যেন লাগিল—বেচ ধুনীয়া আৰু পৰিপাটী।

—ককাদেউতা কেনে আছে? সি ক'লে আৰু বাবাৰ ওচৰলৈ আহি তেওঁৰ কাষতে এজন চীনা নাতিল'ৰাৰ নিচিনাকৈ আঠুকাঢ়ি বহিল আৰু বাবাৰ হাতখন তুলি ললে।

বাবাই তালৈ চালে, বহুত ভাবিলে কিবাকিবি।

—তুমি মোৰ ল'ৰা জেৰল্ড নেকি? তেওঁ সুধিলে।

—আপোনাৰ নাতিল'ৰা হে। ৰেণীয়ে ক'লে।

দুজনে আনজনলৈ চাই আছে মুখামুখিকৈ বহি। আৰু প্ৰথমবাৰৰ বাবে তেওঁলোকৰ সাদৃশ্য মোৰ চকুত পৰিল। বয়সৰ লগে লগে ৰেণীৰ চেহেৰাটো সলনি হৈছে আৰু মুখত চীনা প্ৰভাৱৰ সলনি স্কটলেণ্ডৰ চাপ পৰিছে।

—মোৰ নাতিল'ৰা—বাবাই উচ্চাৰণ কৰিলে আৰু মুহূৰ্ততে আগলৈ হালি ৰেণীৰ কপালতে এটা চুমা খালে। ইয়াৰ আগেয়ে বাবাই চুমাখোৱা দেখা নাছিলো। ৰেণী অলপ বিচলিত হ'ল আৰু বাবাৰ হাতখন নি নিজৰ গালত লগাই দিলে।

—ঘৰলৈ আহি মোৰ ভাল লাগিছে, সি ক'লে আৰু মোলৈ চালে। মই তাৰ চকুৰ কোণত পানী বিৰিঙি উঠা লক্ষ্য কৰিলো।

ইয়াৰ পিছত সন্ধিয়াটো আমি বেচ স্ফূৰ্ত্তিৰে কটালো। দুয়োজন ডেকাই ধৰি বাবাক খোৱা টেবুললৈ নমাই আনিলে। মই আনন্দতে ওপৰ মহলালৈ লৰি গলো আৰু ভেলভেটৰ ডিনাৰ গাউনটো পিন্ধিলো। এই গাউনটো জেৰল্ডক এৰি অহাৰ পিচত মই ব্যৱহাৰ কৰা নাছিলো। চাংহাইত সিদিনা আমাৰ শেষ ৰজনী। দুয়ো অকলে আষ্টৰ হোটেললৈ ডিনাৰ খাবলৈ গৈছিলো আৰু পিছত নাচিছিলো। মই এই গাউনটো পিন্ধিছিলো, বৰ যত্ন কৰি এইটো ৰাখি থৈছিলো। বাহিৰত জনমুখৰ ৰাজআলিৰ কথা পাহৰি আমি গালত গাল লগাই নাচিছিলো। হোটেলত থকা আন আন ইউৰোপীয় আলহীসকলৰ সৈতে মিলি যাবলৈ আমি ইচ্ছা কৰিছিলো। তেওঁলোকবো সৰহখিনিয়ে তেওঁলোকৰ প্ৰিয় আবাসভূমিখন চিৰকালৰ বাবে এৰি সমুদ্ৰ-যাত্ৰা কৰিব ওলাইছে। কিয়নো সেই প্ৰিয় দেশখন সকলোৰে বাবে হঠাতে বিদেশ হৈ পৰিল। জেৰল্ড আৰু

মইও জানিছিলোঁ। যদিও এজনেও মুখেৰে কোৱা নাছিলো যে তেওঁ থাকি যাব আৰু মই গুচি আহিম। মোৰ দৃঢ়বিশ্বাস তেওঁ জানিছিল।

পিচত একমুহূৰ্তৰ বাবে মোৰ ভাব হৈছিল যে এই গাউনটো মই খুলি থওঁ; কিন্তু খোলা আৰু নহ'ল। মই যি আছিলো আৰু মোৰ যিথিনি সম্পত্তি আছিল আটাইথিনিয়ে এই ঘৰৰ এই উপত্যকাটিৰ অংশ। ইয়াত বাহিৰে মোৰ আৰু অইন দেশত স্থান নাই। ইয়াকে স্থিৰ কৰি মই যেতিয়া চিৰিয়েদি তললৈ নামি আহিলো দুয়োজন যুৱকে উঠি থিয় হ'ল আৰু মোৰ প্ৰতি সবিস্ময়ে চাব ধৰিলে। মই যে এগৰাকী তিৰোতা এই কথা তেওঁলোকে ইয়াৰ আগেয়ে যেন ধাৰণাই কৰা নাছিল। মোৰ অৱশ্যে ভালেই লাগিছে কিয়নো ৰেণীয়ে মোক মাক বুলি নেভাবিলে মাকৰ প্ৰতি থকা ভয়টোও দূৰ হ'ব। শ্যামে কেনেদৰে চায় সেইবিষয়ে মই চিন্তা নকৰো।

ৰেণীক টেবুলৰ এটা মূৰত বহুৱাই মই আনটো মূৰত বহিলো। বাবাক মোৰ সোঁপিনে বহুৱালো, তেহে তেওঁৰ মাংসৰ টুকুৰাবোৰ সৰু কৰি কাটি দিব পাৰিম। চুপথিনি বেচ গৰমে আছিল। চুপখোৱা চীনাপাত্ৰটো মই নিউইয়ৰ্কৰ পৰা অনাইছিলো। ৰেণীয়ে বেচ আনন্দ মনেৰে খোৱা আৰম্ভ কৰিলে। শ্যামক হঠাতে অলপ গহীন আৰু লাজ পোৱা যেন লাগিল। সিহঁত দুয়ো ইটো-সিটো কথা পাতিলে যদিও মই লক্ষ্য কৰিলো দুয়োৰেই বেচ ভোক লাগিছে আৰু পৰম তৃপ্তিৰে ভোজন কৰিছে।

—তুমি ইমান ভালকৈ ৰান্ধিব জনা কথাটো কিন্তু মোৰ মনত নাছিল। ৰেণীয়ে হাঁহি হাঁহি মোক ক'লে।

—এয়া এক বিশেষ ধৰণৰ ব্যৱস্থা বুলি ভাবিবা, মই ক'লো।

—এনেকুৱা ডিনাৰ প্ৰতিদিনে খাবলৈ মই হ'লে ভাল নেপাওঁ, ৰেণীয়ে ক'লে। তাৰ লাজ আঁতৰিছে আৰু ক্ৰমে আগৰ ৰেণীয়ে আত্মপ্ৰকাশ কৰিছে যেন লাগিল। মোৰ চকুত ধূলি মাৰি সি পেটিডাল অলপ ঢিলা কৰি লোৱা মই লক্ষ্য কৰিলো। তাৰ শিষ্টাচাৰথিনি মোৰ বৰ ভাল লাগে। পিকিঙত ডাঙৰ হৈ এটা প্ৰাচীন সভ্যতাৰ সান্নিধ্যলৈ আহিবৰ সি বহুতো সুযোগ পাইছিল। চীন এৰি আহিবৰ সময়ত তাৰ ক্ষোভ আৰু ঘৃণা জন্মিছিল যদিও চীনৰ আটাইবোৰ কথা সি পাহৰিব পৰা নাছিল।

ডিনাৰ শেষ হ'লত বাবাক তেওঁৰ কোঠালৈ লৈ আনিলো আৰু চিমনিৰ ওচৰতে এখন চকীত বহুৱাই দিলো। তেওঁৰ সন্মুখত মই বহিলো। ৰেণী আৰু

শ্ৰামে এখন চোফা আনি কাষতে বহি পৰিল। এনেতে বেলটো বাজি উঠিল।

বেণীয়ে মোক লক্ষ্য কৰি সুধিলে—"কোনোবা আহিব লগা আছে নেকি ?"

—নাই, মই ক'লো। এই সময়ত কোন আহি ওলাব পাৰে মই ভাবিয়ে পোৱা নাই।

সি তললৈ নামি গ'ল আৰু দুৱাৰখন খুলি দিলে। ডঃ ৰুচ্ স্পলদেনে হাতত এথোপা ৰঙ্চুৱা গোলাপ ফুল লৈ থিয় হৈ আছে। বেণীয়ে তেওঁলৈ চাই থাকিল। ইজনে আনজনক চিনি পাইছিল, কিয়নো টন্‌চিলৰ অসুখৰ সময়ত বেণীক এই ডাক্তৰজনেই চিকিৎসা কৰিছিল। তথাপিও অচিনাকি মানুহৰ দৰে তুয়ো তুয়োলৈ চাই থাকিল।

—ইয়াত কাৰো অসুখ হোৱা নাই—বেণীয়ে ক'লে।

—বেণী! মই চিঞৰি দিলো।—ভগৱানৰ দোহায়……।

মই নিজে দুৱাৰ মুখলৈ লৰ দিলো। ৰুচে গোলাপ ফুল জোপা মোলৈ আগবঢ়াই দিলে। মই ল'লো।

—ভিতৰলৈ আহক—মই ক'লো। আমি চিমনীৰ কাষতে বহি আছিলো।

তেওঁ সোমাই আহিল। বেণীয়েও নীৰৱে অনুসৰণ কৰিলে। মুখত গহীন ভাৱ। গোলাপ ফুলজোপা এটি পুৰণি ফুলদানীত থৈ মই বহিব ধৰোঁতে দেখিলো বাবাই চকুমুদি গভীৰভাৱে টোপনি যাব লাগিছে। আমি তেওঁক বিছনালৈ নিমনে? মই ৰুচক সুধিলো।

—তেওঁ বেচ আৰামেৰে শুইছে, ৰুচে ক'লে। তেওঁক উঠাই নিলে ভাল টোপনি এটা নষ্ট কৰা হ'ব।

আমি বহিলো। বেণীয়ে কোনো কথা নেপাতিলে আৰু আচহুৱা ভাৱে মাজে মাজে মোলৈ চাই থকা মই গম পালে। হঠাতে মোৰ মনটো মুকলি হৈ পৰিল আৰু আমি নানা ধৰণৰ কথা পাতিলো। ৰুচে উঠি গৈ একাপ গৰম কফি নিজৰ বাবে বাকি লৈ আহিল, তেওঁ অইন একো নাখায়। বেণীয়ে দুটা গ্লাচত মদ বাকি ল'লে আৰু এটা চামক দি আনটো নিজে ল'লে। মই একোৰে প্ৰয়োজন বোধ নকৰিলো। আমাৰ আলোচনাত বেণীয়ে ভাগ নল'লে; সি কেৱল শ্ৰোতা হৈ থাকিল।

—মোৰ ঠাই ভাৱমণ্ট এইখনেই, মই ভাবিব ধৰিলে'। ইয়াতে মই জন্মগ্ৰহণ কৰিছো আৰু মই ইয়াৰ অকলশৰে থাকিব ল'গা ম'হলে মই পিকিঙৰ কথা আৰু

অৱশেষত এদিন জেৰল্ডৰ কথাও সম্ভৱ পাহৰিব পাৰিম। মই বহুদিন হাঁহিবলৈ পোৱা নাই। কিন্তু আজি তিনিজন পুৰুষৰ সৈতে কথা পাতি বেচ হাঁহিছো। প্ৰত্যেকজনে স্বকীয়া ধৰণে মোৰ মনোযোগ আকৰ্ষণ কৰিছিল। চাম্ আছিল অলপ কৰ্কশ আৰু বলীষ্ঠ কিন্তু পশ্চিমীয়া ধৰণৰ আৰু ক্ৰচৰ ৰঙটো অলপ কম। কথাবতৰাত বেচ পৰিপাটী আৰু সংযত। এওঁলোক দুয়োজনতকৈ কম বয়সৰ আমাৰ বেণী, আলোচনাত যাইকৈ শ্ৰোতাৰ ভাও লৈছে আৰু জুইকুৰাত খৰি দি আছে। আলোচনাৰ বিষয়বস্তু নানা ধৰণৰ আছিল কিন্তু সেইবোৰত ভাগ লোৱাতকৈ খ্ৰীষ্টমাৰ্চ ইভৰ সন্ধিয়াটিত ডেকা আলহীকিজনক পাই মই বেচি আনন্দিত হৈছিলো। ইমান দিনৰ খালি আৰু নীৰৱ ঘৰটো হঠাতে কোলাহল মুখৰ হৈ উঠাত মই বৰ আমোদ পাইছিলো।

—বিপ্লৱৰ এটা ঐতিহাসিক প্ৰয়োজন আছে, চামে্ নিজৰ মত দাঙি ধৰি ক'লে—স্থবিৰতাই আমাক উন্নতিৰ বাটত আগুৱাই নিব নোৱাৰে। আমাক আগুৰি থকা বাহ্যিক আৱৰণ ভেদ কৰি আমি ওলাই আহিব লাগিব—ঠিক সাপে মোট সলোৱাৰ দৰে। আৰু আমাৰ আগুপুৰণি ৰীতি-নীতি দলিয়াই পেলাই আমি নতুনক আদৰি লব লাগিব।

—চামৰ কথাত আগৰ কৰ্কশতা আৰু আড়ষ্টতা নোহোৱা দেখি মই বিস্ময় মানিছিলো। আচল মানুহজনক তেন্তে মই আগেয়ে দেখাই নাছিলো।

ক্ৰচে তেওঁৰ পাইপটোত লাহে লাহে আৰু দীঘলীয়াকৈ সোহা মাৰি নাকৰ বিন্ধাৰে ধোৱাঁ উলিয়াই কব ধৰিলে মানৱ ইতিহাহত এনে বিপ্লৱ এটাও সংঘটিত হোৱা নাই যিটো সম্পূৰ্ণ কৃতকাৰ্য্য হৈছে। হুলস্থুল, গোলমাল আৰু সংঘাতৰ মাজতে বিপ্লৱৰ প্ৰকৃত উদ্দেশ্য হেৰাই যায় আৰু সেই সুযোগতে দুৰ্নীতি পৰায়ণ লোকে ক্ষমতা হস্তগত কৰি লয়।

—সেই বুলি বিপ্লৱ আপুনি চিৰদিনলৈ বন্ধ কৰি ৰাখিব নোৱাৰে, চামে্ যুক্তি দৰ্শালে। ধৈৰ্য্যৰ এটা সীমা আছে। এই সীমা পাৰ হ'লে বিস্ফোৰণ অৱশ্যম্ভাবী। চীনলৈ চাওঁক—।

—চীনৰ কথা আমি নপতাই ভাল—মই মাত দিলো। চীনৰ কথা আলোচনা কৰা উচিত নহয়। তাত প্ৰকৃততে কি ঘটিছে কোনে জানে?

—বেণীয়ে মোলৈ চালে। মইও তালৈ চালো। মই তাক আগেয়ে কোৱা উচিত আছিল, মই বুজিছিলো।

—খ্ৰীষ্টমাৰ্চ ইভৰ আলোচনা সিমানতে ওৰ পৰি আহিছিল। তেওঁলোকৰ

যুক্তি-তৰ্কবোৰ মই শুনিব পৰা নাছিলো। কিন্তু তেওঁলোকে তৰ্ক চলাই গৈছিল আৰু মোৰ মতামত দাবী কৰিছিল। মই কি মতামত দিম? ৰেণীক মই দেউতাকৰ কথা কেনেকৈ কওঁ?

—মোৰ কোঠালৈ অহা ৰেণী আলহীক বিদায় দি মই ক'লো। আমি দুয়োৰে কথা পতাই নহ'ল। মোৰ কোঠাত আকৌ জুই ধৰি আমি বহি লওঁ আহা।

সন্মুখৰ দুৱাৰ মুখলৈ ক্ৰুচক আগবঢ়াই থৈ আমি বিদায় দিছিলো আৰু পিচত চামকো তেওঁৰ কোঠাত থৈ বিদায় ল'লো। একমুহূৰ্ত্তৰ বাবে ক্ৰুচে মোৰ হাতখন ধৰিছিল কিন্তু মোৰ অন্তৰত কোনো প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিব নোৱাৰিলে।

—গোলাপ ফুল থুপিৰ বাবে ধন্যবাদ, নিৰ্বোধৰ দৰে মই কৈছিলো।

—গোলাপ ফুল দেখিলে মোৰ আপোনালৈ মনত পৰে, তেওঁ লাহেকৈ কৈছিল। তেওঁৰ বাবে সেয়েই বহুতো কোৱাৰ নিচিনা হৈছিল কিন্তু উত্তৰত মই এবাৰ হাঁহিবও নোৱাৰিলো। মোৰ বুকুত ইতিমধ্যে কলিজাৰ স্পন্দন শুনিব পাইছিলো। ৰেণীক মই কেনেকৈ ক'ম? ক'লে সি দেউতাকক ঘিণ নকৰিব জানো?

—বহা ৰেণী, মই ক'লো।

—দুয়ো মুখামুখিকৈ বহিলো। শুকান খৰি পাই জুইকুৰা দপদপকৈ জ্বলি উঠিছে।

—মই তোমাৰ চেহেৰাটোৰ কথাকে ভাবি আছো—মই ক'লো। সঁচাকৈ তাক এজন অচিনাকি লোক যেন এতিয়াও লাগি আছে। কিশোৰ অৱস্থাৰ ঘূৰণীয়া মুখখন এতিয়া নাই। গাল মুখ পুৰঠ হৈ উঠিছে আৰু হাড়বোৰ শকত হৈছে। তাক ঠিক কোন দেশৰ মানুহৰ সৈতে ৰিজাব পাৰি ভাবিছো স্পেইন, ইটালী, ব্ৰাজিল নে উত্তৰ ভাৰতৰ লগত? হলেও সি মোৰ নিজৰ পুত্ৰ।

কলেজত তুমি আটাইতকৈ কি ভাল পোৱা কোৱাচোন—মই সুধিলো।

—গণিত! গণিত আৰু সঙ্গীত—।

—ৰেণীয়ে সঙ্গীত ভালপোৱাৰ কথা মই ক'বলৈকে পাহৰিছো। এয়া সম্ভৱ মোৰ অৱদান। যৌবন কালত ঘণ্টাৰ পিচত ঘণ্টা মই পিয়ানো বজাই কটাই দিছিলো। কিন্তু জেৰল্ডক এৰি আহিবৰ পৰা মই বজোৱা নাই। ৰেণীক যিখিনি শিক্ষা দিব পাৰিলোহেঁতেন তাকো দিয়া ন'হল। জেৰল্ডৰ পৰা বিচ্ছেদ হৈ মোৰ প্ৰাণত সঙ্গীতৰ নিজৰা শুকাই গৈছে। অৱশ্যে ৰেণীক মই সঙ্গীত চৰ্চাত কেতিয়াও বাধা দিয়া নাছিলো।

—এয়া ভাল কম্বিনেশ্বন ৰেণী। কনফুচিয়াচে প্ৰত্যেক সভ্য মানুহকে এই বিষয়

দুটা অধ্যয়ন কৰিবলৈ শিকাইছিল। প্ৰত্যেক মানুহে গণিত আৰু সঙ্গীতৰ কঠোৰ নিয়মানুবৰ্ত্তিতা আয়ত্ত কৰিবলৈ যত্ন কৰা উচিত।

—দুয়োটা বিষয়ৰে মাজত বেচ সাদৃশ্য আছে, ৰেণীয়ে ক'লে। দুয়োবিধেই নিখুঁত আৰু বিশুদ্ধ।

—তাৰ শৰীৰৰ লগতে মনৰো উৎকৰ্ষ সাধন হোৱা দেখি মই তবধ মানিলো। জীৱিকাৰ বাবে তুমি সঙ্গীতকেই গ্ৰহণ কৰিবা নেকি? মই সুধিলো।

—মই এজন বৈজ্ঞানিক হব বিচাৰো।

—দেউতাই শুনিলে খুব ভাল পাব।

—ৰেণীয়ে একো নেমাতিলে। দেউতাকৰ কথা মই যেতিয়াই উলিয়াও সি নীৰৱ হৈ পৰে।

—বাৰু জৰ্জ বোৰেনৰ ভনীয়েকৰ কি খবৰ? মই অলপ ধেমালিৰ সুৰত সুধিলো। আচলতে তাৰ নীৰৱতা ভঙ্গ কৰাহে মোৰ মতলব আছিল। জৰ্জ বোৰেনৰ ভনীয়েকৰ বাবে মই অলপো চিন্তা কৰা নাই।

ৰেণীয়ে মোলৈ চোৱা নাছিল। জুইকুৰাত সি দৃষ্টি নিবদ্ধ ৰাখি ক'লে—তাইৰ খবৰ কি ক'ম?

—তাই কেনেকুৱা বাৰু দেখিবলৈ?

—দেখিবলৈ ধুনীয়া—।

—কলা নে বগা? ওখ নে চাপৰ?

—ওখ, ৰং বগা আৰু শান্ত প্ৰকৃতিৰ।

—মোৰ নিচিনা নহয়—

সি এবাৰ মোৰ পিনে চাই পুনৰ জুইকুৰাত দৃষ্টিটো থলে—।

—নহয়।

—ৰেণী তুমি তাইক সঁচাকৈ ভাল পোৱানে?

—মই নেজানো। সম্ভৱ জানিবলৈ মোৰ আগ্ৰহো নাই। পুনৰ মই মনটোক আঘাত দিব খোজা নাই।

—সময়ো যথেষ্ট আছে, মই ক'লো।

—এৰা।

—পুনৰ নীৰৱতা। সেইবুলি মই ভয় কৰিলে নচলিব।

—ৰেণী মই দেউতাৰাৰ বিষয়ে ক'ব খুজিছো।

—কথাষাৰ শুনি সি মূৰ তুলিলে কিন্তু বেচি আগ্ৰহ নেদেখুৱালে।

—তুমি কেতিয়াবা চিঠি পাইছানে ?

—এতিয়া তেওঁৰ পৰা পোৱা নাই। কিন্তু এখন বিশেষ চিঠি পাইছিলো।

—কেতিয়া পাইছিলা মোক জনোৱা নাছিলা কিয় ?

—তুমি তেতিয়া ডাঙৰ হোৱা নাছিলা—মই ক'লো—। তুমি প্ৰকৃত পৰিস্থিতি বুজি নেপালাহেঁতেন আৰু দেউতাৰাক এনেয়ে দোষ দিলাহেঁতেন—।

—কি কৰিছে তেওঁ ?

—ৰ'বা। মই বুজাই ক'ম।

—আৰু মই গুৰিৰে পৰা আৰম্ভ কৰিলো। জেৰল্ড আৰু মোৰ প্ৰথম দেখা সাক্ষাত কেনেকৈ হৈছিল তাকো ক'লো। আমাৰ মাজত ঘনিষ্ঠতা কিদৰে গঢ়ি উঠিছিল তাৰো আভাস দিলো। মাত্ৰ আমাৰ প্ৰথম নিশাৰ কথা মই কব নোৱাৰিলো। সেয়া কেৱল জেৰল্ড আৰু মোৰ বাবেহে সঞ্চিত স্মৃতিৰ টুকুৰা। মই তাক পিকিঙৰ কথাও ক'লো আৰু সেইদিনত এই সৰু ভাৰমণ্ট উপত্যকাত গঢ়ি উঠা আমাৰ প্ৰেম কেনেকৈ দুয়োৰে জীৱনত পূৰ্ণতৰ হৈ প্ৰকাশ পাইছিল তাৰ ইঙ্গিত দিলো।

—এনেকুৱা বিয়া খুব কমেইহে হয় ৰেণী, মই ক'লো।

—মায়ে মোক কৈছিল যে জেৰল্ডৰ লৈতে মই সুখী হব নোৱাৰিম। কিন্তু মোৰ ধাৰণা ভুল। আমাৰ দাম্পত্য জীৱন অতি সুখৰ আছিল। পূৰ্বপুৰুষ সকলৰ কথাই আমাক অকণো আমনি দিয়া নাছিল। বৰঞ্চ আমাৰ যুগ্ম জীৱনক বেচি মধুৰ কৰি তুলিছিল।

—ৰেণীয়ে হঠাতে মাত দিলে, তুমি আচলতে কি ক'বলৈ বিচাৰিছো— ?

মই পোনতে তোমাক ইয়াকে ক'ব খোজো যে যি ঘটিছে তাৰ বাবে তোমাৰ দেউতাৰা বা মই কোনো জগৰীয়া নহওঁ। পৃথিৱীখন যদি দুফাল হৈ নেযায় আমি এতিয়াও এদিন পিকিঙৰ ঘৰলৈ যাম। ইয়া'ত নেথাকো।

—তেন্তে আমি কিয় যোৱা নাই ? সি প্ৰশ্ন কৰিলে। সেইটো তুমি নজনা নহয়। তাৰ কাৰণ ময়েই। কাৰণ মই মাৰ্কিন আৰু তোমাৰ দেউতাৰা অৰ্দ্ধ মাৰ্কিন। তাৰ বাবে আমাৰ এজনৰ গাতো দোষ নাই। বিশ্বত যি বিভাজনৰ সৃষ্টি হৈছে তাৰ ফলতেই আমি হঠাতে আঁতৰি পৰিছো। সাগৰৰ উপকূলত জোৱাৰ আহিলে যিদৰে আমাক বিপৰীত পিনে উটুৱাই লৈ যায় এয়াও ঠিক তেনেকুৱাই।

—তেওঁ চীন এৰি আহিব পাৰিলেহেঁতেন, ৰেণীয়ে ক'লে।

—তেওঁ নোৱাৰে।

—কিয় নোৱাৰিব? বেণীয়ে দাবী কৰিলে। দেউতাকৰ প্ৰতি উঠা খঙটো সহজে মোৰ চকুত ধৰা পৰিল।

—দেউতাৰাৰ পক্ষে মই যুক্তি দিও শুনা। তেওঁ উপস্থিত নাই যেতিয়া তেওঁৰ কথা ময়ে ক'ব লাগিব। তদুপৰি তুমি যদি কোনোবা এজনক এই বিষয়ত দোষ দিবই খুজিছা—তেন্তে সেই দোষ দিব লাগিব বাবাক। তেওঁ তোমাৰ চীনা আইতাক বিয়া কৰাইছিল কিন্তু তেওঁক ভাল পোৱা নাছিল আৰু অন্যায়ৰ সূত্ৰপাত সেইখিনিতেই।

ইয়াকে কৈ মই উঠিলো আৰু তাৰ আইতাকৰ ফটোখন উলিয়াই আনিলো। তেওঁৰ বিষয়ে মই তাক ক'লো, হান আইলানৰ গল্প স্বদেশৰ ইতিহাসত আৰু সমসাময়িক কালছোৱাত তেওঁৰ নাম কিদৰে প্ৰচাৰিত হৈ পৰিছিল সকলো ক'লো।

—সেই গৰাকী ৰমণীয়ে যেতিয়া উপলব্ধি কৰিলে যে স্বামীৰ ভালপোৱাৰ পৰা তেওঁ বঞ্চিত, তেওঁ সমস্ত জীৱন নিজৰ দেশৰ বাবে উছৰ্গা কৰিলে আৰু ইয়াকেই তেওঁ জীৱনৰ ব্ৰত বুলি গণ্য কৰিলে। আৰু তেওঁৰ সন্তান তোমাৰ দেউতাৰাই ইয়াৰ বিষময় ফল্ ভোগ কৰিব ধৰিলে।

—তেওঁ জানো বাবাক ভাল পাইছিল? বেণীৰ মাতত নম্ৰ সুৰ।

—মোৰ দৃঢ় বিশ্বাস তেওঁ ভাল পাইছিল, নহলে অইন কামত এইদৰে তেওঁ আত্মোৎসৰ্গ কৰিব নোৱাৰিলেহেঁতেন। তেওঁৰ ভালপোৱা আছিল আন্তৰিক, কিন্তু বাবাই তেওঁক হতাশা কৰিলে। ব্যৰ্থ প্ৰেমৰ যাতনাতকৈ অধিক কষ্ট এই পৃথিবীত একো নাই।

—দেউতাইও তোমাক পৰিত্যাগ কৰিছে, বেণীয়ে নিষ্ঠুৰভাবে কৈ উঠিল।

—মই উত্তেজিত হৈ প্ৰতিবাদ কৰিলো। তেওঁ মোক ত্যাগ কৰা নাই। আমি এজনে আনজনক যেতিয়ালৈকে ভালপাওঁ তেতিয়ালৈকে তেওঁ মোক ত্যাগ কৰিব নোৱাৰে। আমাৰ প্ৰেম ফল্গুৰ দৰে চিৰ প্ৰবাহিত হৈ আছে আৰু থাকিবও।

সি এতিয়া মোক মাক বুলি জ্ঞান নকৰি এগৰাকী ভদ্ৰমহিলা হিচাপে চোৱা যেন অনুমান হ'ল। প্ৰেমত পৰা নাৰী এগৰাকীৰ ছবি মোৰ মাজত সি দেখা পালে আৰু কোনো উত্তৰ নিদি মনে মনে থাকিল। সি আগেয়ে কেতিয়াও এনেকুৱা পৰিস্থিতিৰ সন্মুখীন নাছিল, সেয়ে তাৰ দৃষ্টি তললৈ গৈ মজিয়াত নিবদ্ধ হ'ল।

—তোমাক চিঠিখন দেখুৱাবৰ এয়ে উপযুক্ত সময়, মই ক'লো। মই উঠি গৈ তলা খুলি বাকচৰ পৰা চীলমৰা চিঠিখন উলিয়াই আনিলো আৰু বেণীক দিলো। সি চীলটো ভাঙি চিঠিখন উলিয়াই পঢ়িব ধৰিলে। মই চকীখনত বহি অপেক্ষা কৰিলো। সি দুবাৰ পঢ়িলে আৰু পিচত ভাজকৰি লেফাফাত সুমুৱাই চিঠিখন ওচৰত থকা টেবুলখনত থলে।

—ধন্যবাদ মা, সি ক'লে।

—চীনা গাভৰু গৰাকীক মই অনুমতি দি পঠাইছো। মই ক'লো। সকলো কথা বুজি পাইছো বুলি মই জনাইছো। তেওঁ ঘৰতে থাকি শান্তি পাওক—এয়ে মোৰ বাসনা। তাইৰ চিঠি কেইখনো মই এতিয়া তোমাক দেখুৱাওঁ।

—ড্ৰয়াৰৰ পৰা মেইলানৰ চিঠিবোৰ আনি তাৰ হাতত দিলো। সি আটাই-বোৰ পঢ়িলে। মুখত সংযমৰ ভাব। লৰালৰিকৈ পঢ়া শেষ কৰি চিঠিকেইখন মোৰ হাতত ওভোটাই দিলে।

—সেইজনীৰ লগত মোৰ কোনো সম্বন্ধ নাই, সি ক'লে। মই এইটো বুজি নেপালো দেউতাই কিয় সেইজনীক আমাৰ ঘৰত থাকিবলৈ দিলে।

তাৰ স্বৰটো কৰ্কশভাবে প্ৰকাশ পোৱাত মই সহ্য কৰিব নোৱাৰিলো।

—তেওঁ পিকিঙত থকাটোকে স্থিৰ কৰাৰ পাচত পৰিস্থিতিয়ে তেওঁক কিমান-খিনি বাধ্য কৰিলে আমি ইয়াৰ পৰাই ক'ব নোৱাৰো।

—আহ্ বেণীয়ে বিৰক্তিৰ সুৰত ক'লে। মই তথাপি সুধিলো তেওঁ যদি আমাকে ভাল পায় তেন্তে তাত থকা সিদ্ধান্তটো কিয় কৰিলে। এইটো প্ৰশ্নকে মই সদায় সুধিম। মোৰ বাবে ইয়াৰ কোনো জবাব নাই।

—তুমি দেউতাৰাক খুব ভাল নোপোৱা বাবেই তেওঁক ক্ষমা কৰিব পৰা নাই—মই ক'লো।

—হব পাৰে—বেণীয়ে সন্মতি জনালে।

—সি হঠাৎ থিয় হ'ল আৰু খিৰিকিখনৰ ওচৰলৈ খোজ ললে। অলপ পৰ বাহিৰৰ এন্ধাৰ জগতখনলৈ সি চাই থাকিল। পিছত মোৰ পিনে মুখ ঘূৰাই ক'লে—মা, মোৰো অলপ কথা তোমাক ক'বলৈ আছে। এলেগ্ৰাৰ ঘটনাটোৱে মোক প্ৰায় পিকিঙলৈ ওভোটাই লৈ গৈছিল। মোৰ আইতা চীন দেশৰে বুলিয়ে যদি মোক প্ৰত্যাখ্যান কৰিবলগীয়া হয় মই ভাবিছিলো মই চীনলৈ উভটি যোৱাই ভাল। কিন্তু এতিয়া আৰু মই যাব নোৱাৰো, কেতিয়াও নোৱাৰো। মই তোমাৰ লগতে থাকিম। এইখনেই মোৰ দেশ হব, অন্য ক'তো মোৰ স্থান নাই।

মই লগে লগে চিঞৰি ক'লো—ওহ্ বেণী। ইমান লৰালৰিকৈ একো সিদ্ধান্ত নকৰিবা। দেউতাৰাৰ মতৰ বিৰুদ্ধে কোনো কথা স্থিৰ নকৰিবা।

তেওঁৰ বিৰুদ্ধে একো সিদ্ধান্ত কৰা নাই। তোমাৰ পৰাহে মই সিদ্ধান্ত কৰিব গুলাইছো; বেণীয়ে ক'লে আৰু ওচৰলৈ আহি হাউলি মোৰ গালত এটি চুমা দি আঁতৰি গ'ল।

—মোৰ ল'ৰাক মই চিনি পাওঁ। তাক আৰু বিৰক্ত নকৰো। সিদ্ধান্তটো সি লৰালৰিকৈ কৰা নাই। এই সিদ্ধান্তৰ অভাৱত সি বহুদিন কষ্ট পাইছে। তাৰ দুখন দেশৰ কথা ভাবি সি বিমোৰত পৰি আছিল। আৰু এতিয়া সি মোক আৰু মোৰ দেশকেই বাচি লৈছে। ডঃ জেৰল্ড, মোক ক্ষমা কৰিবা। মই প্ৰাৰ্থনা কৰিছো তোমাৰ আৰু ল'ৰা সন্তান হওক। এয়া মোৰ আন্তৰিক প্ৰাৰ্থনা। আমাৰ ল'ৰাৰ দ্বাৰা যদি তোমাক মই বঞ্চিত কৰিছো তেন্তে মোৰ উপায় নাই। বেণীয়ে নিজে তাৰ ভৱিষ্যত জীৱন নিৰ্দ্ধাৰণ কৰিছে। মোৰ যিদৰে স্বাধীনতা আছিল তোমাৰ সৈতে পিকিঙলৈ যাবলৈ, তোমাৰ যিদৰে স্বাধীনতা আছিল মোৰ সৈতে ঘৰলৈ উভটি নাহি চীনতে বৈ যাবলৈ, বেণীৰো সেইদৰে মতামতৰ স্বাধীনতা আছে। এৰা, এয়েই অৱশেষত মোৰ ঘৰ হ'লগৈ। ভাৰমণ্টৰ এই পাহাৰ, এই উপত্যকা মোৰ পূৰ্ব পুৰুষৰ এই বাসস্থান এয়ে মোৰ ঘৰ।

বেণী উঠি যোৱাৰ পিচত বহুত পৰলৈকে মই শুমাই অহা জুইকুৰাৰ আগত বহি থাকিলো। মোৰ নিজৰ দেশত মই আৰু অকলশৰীয়া নহওঁ। মোৰ ল'ৰা থাকিব মোৰ লগতে। মই পুনৰ এদিন সুখী হব পাৰিম।

* * *

এনেকি এতিয়াও জেৰল্ডক পাহৰিবলৈ মই কোনো চেষ্টা কৰা নাই। খৃষ্টমাচৰ আনন্দমুখৰ দিনটো পাৰ হবৰ কেবামাহো হৈ গ'ল। বেণীৰ কলেজৰ বছৰটো প্ৰায় শেষ হৈ আহিছে। চামে ইয়াৰ ভিতৰত দুবাৰ আহি মোক দেখা কৰিছে। জেৰল্ডৰ সৈতে বিবাহবিচ্ছেদ কৰিবলৈ তেওঁ মোক টানি ধৰিছে। আজি তেওঁ নিউইয়ৰ্কৰ পৰা এঘণ্টাৰ বাবে প্লেনেৰে আহিছে। দিনটো কেনেকৈ শেষ হব তেওঁ হেনো ভাবি পোৱা নাই। এতিয়া ৰাতি হৈছে আৰু তেওঁ ইয়াতেই আছে। আজিৰ ঘটনাৰ বাবে আমি বেণীক তৎক্ষণাৎ আহিবলৈ তাঁৰ কৰিছিলো। চামে মোৰ লগত তৰ্ক কৰি আছে, তেওঁৰ খং উঠিছে, কেতিয়াবা অধৈৰ্য্য হৈছে, তথাপি নিজৰ দাবী এৰা নাই।

—এলিজাবেথ, আপুনি পিকিঙৰ সেই ভদ্ৰলোকজনক ডাইভৰ্চ কৰিবই লাগিব। তেওঁ আপোনাৰ স্বামী হৈ থকা নাই।

—জেৰল্ডক মই কেতিয়াও ডাইভোৰ্চ কৰিব নোৱাৰো, মই ক'লো। কৰিবৰ কোনো প্ৰকৃত কাৰণ নাই। তেওঁ মোক এতিয়াও ভাল পায়।

—পৰিত্যক্ত হৈও আপুনি প্ৰেমৰ কথা কয়? চামে জোৰদি ক'লে।

—তেওঁ মোক পৰিত্যাগ কৰা নাই। মইও চিঞৰি ক'লো।

—এয়া যদি পৰিত্যাগ নহয় তেন্তে ইয়াক কি বুলিব পাৰি—মই ভাবি নেপাওঁ, চামৰ মাতত সমানেই জোৰ।

—অৱশ্যে তেওঁ সম্পূৰ্ণ ঘটনাটো নেজানে। জেৰল্ড আৰু মোৰ মাজৰ দীৰ্ঘদিনৰ এই নীৰৱতাৰ পৰা তেওঁ নানা কথা মনতে সাজি লৈছে। মই তেওঁক বিশেষ একো নোকোৱাকৈ বুজাবৰ চেষ্টা কৰিছিলো।

—জেৰল্ডে মোক ত্যাগ কৰা নাই—মইও তেওঁক কৰা নাই। অতীতৰ আৰু বৰ্ত্তমানৰ ইতিহাসে আমাক বিভক্ত কৰি ৰাখিছে।

—তেওঁৰ দেউতাক মাৰ্কিন—চামে আকোৰগোজভাৱে কৈ গ'ল।

—তেওঁ আপোনাৰ লগত ঘৰলৈ গুচি আহিব পাৰিলেহেঁতেন।

—আহ, তুমি বুজা নাই। এয়া তেওঁৰ বাবে ঘৰ নহয়।

—তেওঁ মূৰ্খ নহয়। তেওঁ ইয়াত নিজকে খাপ খুৱাই লব পাৰিলেহেঁতেন।

—পিকিঙৰ দৰে চাকৰি তেওঁ ইয়াতো কোনো এখন বিশ্ববিদ্যালয়ত যোগাৰ কৰিব পাৰিলেহেঁতেন।

—হৃদয় আৰু আত্মাইহে স্থিৰ কৰে ঘৰখনৰ কথা। তেওঁৰ হৃদয় আৰু আত্মাই ইয়াত জীৱন নেপালেহেঁতেন, মই ক'লো।

—আপুনি এতিয়াও তেওঁক ভাল পায়? চামে ক'লে আৰু মোলৈ এনে ভাবে চালে যে মই ভয়তে অসহায় বোধ কৰিলো।

—বুজি পোৱা নাইনে যে মই তোমাক বিয়া কৰাবলৈ দৃঢ় প্ৰতিজ্ঞ—তেওঁ প্ৰায় চিঞৰি উঠিল।

—এয়ে প্ৰথম তুমি সম্বোধন।

—উঃ অসম্ভৱ চাম্—সি হব নোৱাৰে!

—হবই লাগিব!

—দুয়ো দুয়োলৈ চাই উত্তেজনাৰ চৰম পৰ্য্যায়ত উপনীত হৈছিলো।

চামে মোৰ ওচৰলৈ আগবাঢ়ি আহিছিল আৰু মই তেওঁক আঁতৰলৈ ঠেলি পঠাইছিলো।

—আগ নেবাঢ়িবা।

—তুমি মোক ঘৃণা কৰা ?

—নহয়, ঘৃণা নহয়।

ঠিক এই মুহূৰ্ত্তত ওপৰৰ কোঠাত বাবা পৰি যোৱা শব্দ শুনিলো। বাবাৰ লাখুটিডাল পৰি যোৱা শব্দও কাণত পৰিল। মই ওপৰলৈ লৰি গলো, চামেও পিচে পিচে গ'ল। বাবা মজিয়াত পৰি আছে। তেওঁ আমাৰ বাকবিতণ্ডা শুনিছিল নে কি নেজানো। তেওঁ শুনিব পৰা কথাটো আমাৰ ধাৰণাই হোৱা নাছিল, সেয়ে দুয়োজনে চিঞৰি চিঞৰি তৰ্ক কৰিছিলো। বোধহয় বাবাই তললৈ নামি আহিবলৈ মন কৰিছিল, কিন্তু তেওঁৰ দুৰ্বল শৰীৰে নেমানিলে। তেওঁ পৰি গ'ল। তেওঁৰ মূৰটো জুইশালৰ শিল চটাত খুন্দা খাইছে আৰু ল'গে ল'গে মৃত্যুবৰণ কৰিলে।

*　　　*　　　*

বাবাক কবৰ দি আমি ঘৰলৈ আহিলো। চামে্ বৈ গ'ল। তেওঁ আৰু ৰুচে মোৰ বাবে সকলো যত্ন লৈছিল। সম্ভৱপৰ হ'লে তেওঁৰ মৃতদেহটো পিকিঙলৈ পঠালোহেঁতেন। এনেকৈ পঠোৱা উদাহৰণ মই ইয়াত আৰু ইংলণ্ডত দেখিছো। পিচত মোৰ মনত যে বাবাই নিজ ইচ্ছাত পিকিং এৰি আহিছে। তেওঁৰ মৃতদেহ টোৱে তাত আদৰ নেপাব, কাৰণ বাবা এদিন প্ৰাচীন চীনৰ লোক, কনফুচিয়াচ আৰু সম্ৰাট সকলৰ চীনৰ লোক।

—বাবাক ইয়াতে আমাৰ লগতে ৰখা হওক, মই ৰেণীক কৈছিলো।

—ঠিকেই কৈছা--ৰেণীয়ে সম্মতি জনাইছিল।

শবযাত্ৰাৰ ঠিক আগমুহূৰ্ত্তত সি আহি পাইছিল। সি অকলে অহা নাছিল ; লগত আনিছিল এজনী দীৰ্ঘদেহী ধুনীয়া গাভৰু। এই শান্ত ছোৱালীজনীৰ প্ৰতিটো—খোজ কাটলত সৌন্দৰ্য্য ফুটি উঠিছিল।

—এয়া মেৰী বোৱেন, ৰেণীয়ে চিনাকি কৰি দিছিল।

—আচৰিত, মই তোমাৰ নামটো কেতিয়াও শুনা নাছিলো, মই ক'লো আৰু হঠাতে তাইক চুমাখাবৰ মন গ'ল। আগলৈ হালি আহি ছোৱালীজনীৰ কোমল গালত এটি চুমা আঁকি দিলো। তাই মিচিকিয়াই হাঁহিলে।

পিছত দুয়ো দুয়োৰে প্ৰতি আসক্ত। মই বুজি পালো—সিহঁত প্ৰেমত

পৰিছে। কিছুমান লক্ষণ ইমান সোনকালে মই ধৰিব পাৰিলো যে মোৰ ভাল লাগি গ'ল। সিঁইত দুয়োকে দুহাতেৰে ধৰি ওপৰ মহলাৰ বাবাৰ কোঠালৈ লৈ গ'লো। বাবাক তাতে চীনা পোছাকেৰে সজাই থোৱা হৈছিল। বাবাৰ হাত দুখন বুকুৰ ওপৰেদি পাৰ কৰি তেওঁ লিখা পুৰণি পুথি এখন ওপৰত থৈ দিছিলো।

কোঠাত সোমাই মেৰী অকলে অকলে আগবাঢ়ি গ'ল আৰু বাবাক নিৰীক্ষণ কৰিব ধৰিলে।

—তেওঁ কিমান ধুনীয়া আছিল! তাই ৰেণীৰ ফালে চাই লাহেকৈ ক'লে। তেওঁ ইমান ধুনীয়া বুলি তুমি মোক কোৱা নাছিলা?

—তেওঁ বৰ সুন্দৰ আছিল, মই কলো। এতিয়া তেওঁক বেচি ধুনীয়া লাগিছে।

—তেওঁৰ মাতটো শুনিব পোৱা হলে! তাই ক'লে।

—অলপ পিচতে তাই ৰেণীৰ কাষ চাপি গ'ল আৰু তাৰ সোঁহাতখন তুলি আনি তাই নিজৰ গালত লগাই ধৰিলে। সেই মুহূৰ্ত্তৰ পৰাই তাইলৈ মোৰ নিজৰ ছোৱালীৰ দৰে মৰম উপজিল।

আবেলি ওচৰপাজৰৰ কিছুলোক কবৰ স্থলীত সমবেত হৈছিল। আমাৰ ঘৰৰ পিচফালৰ পাহাৰখনৰ পাইন গছজোপাৰ তলত বাবাৰ কবৰ খন্দা হৈছিল। ম্যাট পৰিয়ালৰ স্বামী-স্ত্ৰী হালেই এই বিষয়ত সকলো কাম নিয়াৰিকৈ কৰিছিল আৰু অভ্যাগতসকলৰ চাহজলপানিৰ দায়িত্বও লৈছিল। মানচেষ্টাৰৰ পৰা অহা অৱসৰপ্ৰাপ্ত পাদ্ৰী চাহাব এগৰাকীয়ে নিউটেষ্টামেণ্টৰ পৰা কেই খিলামান পাত পঢ়িছিল। মোৰ মনত পৰিল বাবাই এবাৰ কৈছিল এই সাৰগৰ্ভ কথাবোৰ মূলতঃ এচিয়াৰ, হয়তো কনফুচিয়াচৰ নিজৰে। তেওঁ কৈছিল বুদ্ধদেৱ আৰু কনফুচিয়াচৰ কথা যে যীশুৱে প্ৰচাৰ কৰিছিল সেইটো এটা আকস্মিক ঘটনা নহয়, আমি যদি পুৰণি দিনৰ পৰা বাগৰি অহা জন-শ্ৰুতিবোৰ বিশ্বাস কৰোঁ। যীশুৱে ডেকা কালটো নেপালত কটাইছিল।

মই বিশেষ মনোযোগ নিদিয়াকৈ মাত্ৰ শুনি গৈছিলো। কিয়নো বাবাই অন্তৰেৰে বিশ্বাস কৰিছিল যে আদিতে মনুষ্যজাতিৰ জ্ঞান বিকশিত হৈছিল প্ৰাচ্যত আৰু তাৰ পৰাই সময়ত পশ্চিমলৈ বিয়পি পৰিছিল। তেওঁৰ এনেকুৱা উপদেশ মই প্ৰায়েই শুনিছিলো। এই কথা উপস্থিত সুধীবৃন্দৰ ভিতৰত বোধহয় অইনে নেজানে। এইবোৰৰ নিচিনা বহু কথা ময়ো গোপনে ৰাখিব লাগিব মোৰ কবৰ যাত্ৰাৰ সাময়লৈ। কিয়নো সেইবোৰ আলোচনা কৰিলে সন্দেহ

আৰু সংশয় বাঢ়িবহে। মই নিজৰ ঘৰত এতিয়া শান্তিৰে জীৱন কটাব লাগিব।

অন্ত্যেষ্টি ক্রিয়া সমাপন কৰি আমি ঘৰলৈ উভটি আহিলো। মই কন্দা নাছিলো, বেণীয়েও কন্দা নাছিল। সুদীর্ঘ জীৱনৰ অন্তত মৃত্যু সিমান দুখজনক নহয়। আমি তলৰ ডাঙৰ কোঠাটোত আলহীসকলৰ সৈতে বহিলো আৰু জলপান, ড্রিংক আদিৰে তেওঁলোকক সোধপোছ কৰিলো, অলপ পিচত আলহীসকল গ'লগৈ। কিয়নো বাবা আছিল বহুতৰে অচিনাকি। তেওঁৰ বিষয়ে তেওঁলোকে আলোচনা চলাবৰ সুচল নেপালে। ক্রুচ থষ্টেক সময়ৰ বাবে মোৰ লগত ৰ'ল। তেওঁ মোক নিৰীক্ষণ কৰি মোক জিৰণিৰ প্রয়োজন বুলি মন্তব্য দিলে।

—আপুনি শোক নকৰিব। তেওঁ ক'লে।

—বাবাৰ বাবে নকৰোঁ, মই ক'লো।

—কাৰো বাবেই আপুনি শোক নকৰিব, তেওঁ যোগ লগে যোগ দিলে।

—মই তেওঁক ক'ব নোৱাৰিলো যে বাবাৰ মৃত্যুৰ লগত এটা যুগৰো মৃত্যু হৈ গ'ল। তেওঁ আছিল অতীত স্মৃতি আৰু মোৰ প্রিয় পুৰণি নগৰীখনৰ ( মই যাক ঘৰ বুলি ভাবিছিলো ) স্মৃতিৰ মাজত সেতুস্বৰূপ। অৱশ্যে ক্রুচৰ আশ্বাসে মোক আনন্দ দিছিল। মই হাঁহিছিলো আৰু লক্ষ্য কৰিলো তেওঁৰ ওঁঠযুৰিয়ে মোৰ ওঁঠৰ পৰশ পাব বিচাৰিছে। কিন্তু মই তাৰ বাবে প্রস্তুত নাছিলো। অন্যপুৰুষৰ ওঁঠৰ পৰশ তেতিয়ালৈ মই ভাবিবই পৰা নাছিলো।

দিনটোৰ এইদৰেই সামৰণি পৰিছিল। চামেও সিদিনাই গ'লগৈ। মোৰ ভাব হয় তেওঁ ক্রুচৰ মুখখন লক্ষ্য কৰিছিল। তেওঁ আমাৰ পিচপিনে থিয় হৈ আছিল আৰু হঠাতে আঁতৰি গৈছিল। অলপ পিচতে তেৱোঁ বিদায় লবলৈ আহিল, নিউইয়র্কত এটা জৰুৰী ব্যৱসায়ৰ খাতিৰত তেওঁ হেনো নগলে নহয়। তেওঁ মোৰ লগত কৰমর্দন কৰিলে আৰু মোৰ পিনে চালে—কিবা প্রয়োজন হলে মোলৈ খবৰ দিবা, তেওঁ ক'লে।

—মোক মাতিলেই পাবা।

—হঠাৎ তেওঁ কোনো অনুমতি নিবিচৰাকৈ মোৰ গালৈ হালি আহিল আৰু মোৰ ওঁঠতে চুমা খালে। মই পিচুৱাই আহিলো আৰু কোনোমতে নপৰাকৈ ৰ'লো।

—তুমি এইটো ভাল নোপোৱা, তেওঁ সৰুকৈ ক'লে।

—নেপাওঁ, মই ভদ্রভাৱে ক'লো।

—পুনৰ মই এই কাম নিশ্চয় নকৰোঁ।—তেওঁ ক'লে আৰু লৰালৰিকৈ গুচি গ'ল। তেওঁ আঘাত পোৱা দেখি মোৰ বেয়া লাগিল। মোৰ অনিচ্ছা অৱস্থাত চুমা খালে মোৰো ভাল নেলাগে। মোৰ যৌৱনৰ দিন পাৰ হৈ গৈছে আৰু এগৰাকী পূৰ্ণ বয়স্কা তিৰোতাৰ বাবে এটা চুমাৰ তাৎপৰ্য্য বহুত হব পাৰে, হয়তো একো ন'হবও পাৰে।

এই আটাইবোৰ ঘটিছিল বাবাৰ অন্ত্যেষ্টি ক্রিয়াৰ দিনাখন। দিনটোৰ সামৰণি পৰাত মনটো ভাল লাগিল। পিচত ৰেণী, মেৰী আৰু মই তিনিও বাহিৰত চকী লৈ বহিলো। কাইলৈ ইহঁত দুটাও যাবগৈ আৰু মই অকলশৰীয়া হৈ পৰিম। মোৰ অৱস্থাটোৱে সিহঁতকো ব্যস্ত কৰি তুলিছে—মই গম পালো। 'মই বেয়া নেপাওঁ' বুলি সিহঁতক কেনেকৈ পতিয়ন নিয়াও মই ভাবি নেপালো। বেয়া পালেও মই অকলে এই প্ৰকাণ্ড ঘৰটোত থকাৰ বাহিৰেতো কোনো গত্যন্তৰ নাই। ওচৰতে কোনো মানুহৰ ঘৰ নাই আৰু কেউপিনে থকা হাবিটোৰ ৰূপ ৰাতি হলে যে কিমান ভয়লগা হয় তাক মইহে জানো। এই হাবিখনতে কিমান চিকাৰীৰ সন্ধান হেৰাইছে তাৰ হিচাব নাই। এবাৰ এগৰাকী উদ্ভিদবিদ তিৰোতাৰো এই হাবিতে সন্ধান হেৰাইছিল। গতিকে ইয়াত অকলশৰে মই কেনেকৈ বাস কৰিম ক'ব নোৱাৰোঁ।

কলেজৰ পঢ়া শেষ হোৱা হ'লে ভাল লাগিলহেঁতেন, ৰেণীয়ে ক'লে। মেৰী আৰু মই বিয়া পাতি ইয়াতে তোমাৰ লগত থাকিব পৰা হলে আৰু ভাল লাগিলহেঁতেন।

বিয়াৰ বিষয়ে এয়ে তাৰ মুখৰ পৰা মই প্ৰথম কথা শুনিলো।

—তোমালোক দুয়ো বিয়াত সোমালে মই ইমান সুখ পাম যে ভয় কৰিবলৈ মোৰ সময়ে নেথাকিব, মই উত্তৰ দিলো।

ইতিমধ্যে মই সিদ্ধান্ত কৰি পেলাইছিলো যে ৰেণীৰ বাবে একমাত্ৰ জোৰা এই মেৰীজনী। অৱশ্যে সি দেউতাকৰ দেশলৈ যাবলগীয়া হ'লে মই এই সিদ্ধান্ত নকৰিলোহেঁতেন। তাত যদিও মাকিন তিৰোতা এতিয়াও আছে মেৰী তালৈ যোৱা সম্ভৱ নহ'লহেঁতেন। তাত থকা সাধাৰণ মানুহবোৰে আমাৰ বিৰুদ্ধে একো নকয় আৰু কোনোবাই ক'লেও বিশ্বাস নকৰে। চীনাসকলৰ ইতিহাস অতি প্ৰাচীন আৰু সেই অনুপাতে তেওঁলোক জ্ঞানীও। এশবছৰ ধৰি যুদ্ধত জুৰুলা হৈছে যদিও তেওঁলোকক শান্তিপ্ৰিয় মানুহ বুলিয়ে ক'ব লাগিব। তাত থাকিলে সহজেই তেওঁলোক আপোন হৈ পৰে আৰু এবাৰ আপোন হৈ পৰিলে

তেওঁলোকক পাহৰিবৰ উপায় নাই। মই ভাবো জেৰল্ডৰ দেশখন চীন নহৈ অন্যদেশ হোৱা হ'লে তেওঁ আমাক এৰি থাকিব নোৱাৰিলেহেঁতেন। কিন্তু সেইখন দেশ আৰু বিশেষকৈ সেইখন চহৰ পিকিং ইয়াৰ ওচৰত মোৰ প্ৰেমে পৰাজয় বৰণ কৰিব লগা হ'ল। যিকোনো তিৰোতাই এই ক্ষেত্ৰত পৰাজয় স্বীকাৰ কৰিব লাগিব।

—আমি নিশ্চয় বিয়া পাতিম, মেৰীয়ে ক'লে।

—প্ৰশ্ন হৈছে কেতিয়া? ৰেণীয়ে যোগ দিলে।

—তাত প্ৰশ্নৰ কথা কি আছে? মই সুধিলো।

—তোমালোকে যদি বিয়া পাতিম বুলি স্থিৰ কৰিছা তেন্তে পাতি পেলোৱা।

এইখিনিতে মোৰ এলেগ্ৰালৈ মনত পৰিল, সেয়ে একে উশাহতে যোগ দিলো—অৱশ্যে যদি মেৰীৰ অভিভাৱকৰ বাবে পলমকৰিবলগীয়া কোনো কাৰণ নেথাকে। কিয়নো তোমাৰ বয়স ইমান কম, মেৰী।

অভিভাৱক বুলিবলৈ আমাৰ কোনো নাই। পৰিয়ালৰ ভিতৰত ভাই জৰ্জ আৰু ময়েই, মেৰীয়ে ক'লে। মা, দেউতা দুয়ো আমাৰ কেঁচুৱা অৱস্থাতে ঢুকাইছে। আমি আইতাৰ ঘৰত ডাঙৰ হৈছিলো। অলপতে তেওঁৰো মৃত্যু হৈছে।

মানুহৰ মন ভিতৰি ভিতৰি কিমান দুষ্ট আৰু স্বাৰ্থপৰ হব পাৰে জানিব পাৰিলে বৰ আমোদ পোৱা যায়। মোৰ ল'ৰাৰ স্বাৰ্থৰ খাতিৰত তিনিজন নিৰপৰাধী লোক কবৰত থকা বুলি জানিও সুখ লাগিল। সুখ পোৱা বুলি স্বীকাৰ কৰিবলৈ মোৰ লাজ লাগিছিল আৰু দুখ পোৱা বুলি ক'বলৈও ভদ্ৰতাই বাধা দিলে।

—তেনেহলে তোমাৰ যেতিয়াই ইচ্ছা বিয়া পাতিব পাৰা—মই ক'লো।

—মোৰ বিয়া হোৱা এই প্ৰাচীন ঘৰতে যদি তোমালোকেও বিয়া পাতা মই অধিক সুখী হম। তোমালোকৰ বিয়া হোৱা বুলি জানিলে মই অকলে থাকিও শান্তি পাম।

—ধন্যবাদ মা, ৰেণীয়ে ক'লে। সি ভৰি দুখন মেলি বহি আছিল। বহাৰ পৰা উঠি সি মেৰীৰ কাষলৈ গ'ল আৰু তাইৰ সোঁহাতখনত ধৰি ক'লে।

—অহা ১৮ জুনত মোৰ কুৰিবছৰ পূৰ হব। সিদিনাই বিয়া পাতিবলৈ তুমি সাজু নে?

—নিশ্চয় পাৰিম—তাই মুৰ দাঙি ভাবৈ চাই মিচিকিয়াই হাঁহিলে। জোনৰ

পোহৰত তাইৰ দীঘল চুলিটাৰি জিলিকি উঠিছিল আৰু বেণীৰ মুখখনো উজলি উঠিছিল। পৃথিবীৰ সুন্দৰতম দম্পতী এহাল মোৰ চকুত পৰিল আৰু লগে লগে মনত পৰিল জেৰল্ডৰ কথা। তেওঁ এই দৃশ্য দেখা নেপালে। এসময়ত মই গভীৰ চিন্তাত মগ্ন হৈ তেওঁক বিচাৰি উলিয়াব পাৰিছিলো। কিন্তু আজি বহুদিন সেইদৰে চিন্তা কৰিব পৰা নাই। এতিয়া মই পুনৰ চেষ্টা কৰিলো। মোৰ সকলো শক্তি ঢালি দি কায়মনোবাক্যে সুদূৰ পিকিঙৰ ছবিখন আগত আঁকি ল'লো। এই সময়ত শোৱা কোঠাৰ বাহিৰৰ চোতালখনত সম্ভৱ তেওঁ বহি আছে। মই তাত থকা হলে এই সময়ত এয়েই আমাৰ কাৰ্য্যসূচী হ'লহেঁতেন। কিয়নো মে' মাহত চোতালত বোৱা সুগন্ধ চীনা লাইলাক ফুলবোৰ ফুলি অপৰূপ হৈ উঠে। মই তেওঁৰ কথা ভাবি এই ধুনীয়া ডেকা গাভৰু হালৰ কথা জনাবলৈ ব্যগ্ৰ হৈ পৰিলো। কিন্তু বৃথাই। জেৰল্ডক মই মানসপটত আঁকি লুব নোৱাৰিলো। কিয় মোৰ মন, মোৰ অন্তৰ এই অন্বেষণ কাৰ্য্যত ব্যৰ্থ হ'ল মই বুজি নেপালো। এই বাধা অতিক্ৰম কৰিবৰ মোৰ ক্ষমতা নহ'ল…।

—জুনৰ ১৮ তাৰিখে এই ঘৰটো তোমালোকৰ বাবে মই সজাই উলিযাম। বেণী আৰু মেৰী দুয়োকে মই প্ৰতিশ্ৰুতি দিলো।

সিহঁত দুয়োকে বাহিৰতে এৰি মই যেতিয়া ওপৰমহলাৰ মোৰ শোৱা কোঠাত সোমালো বাবাৰ ভূতটোৰো কোনো উমান নেপালো। ঘৰটোত মৃত্যুৰ কোনো গোন্ধেই নাই। অন্ত্যেষ্টি ক্ৰিয়াৰ কথাও মোৰ মনলৈ নাহিল বা পাইন গছৰ তলত থকা কবৰটোৰ কথাও মনত নপৰিল। বোধহয় আচল বাবাজন ইয়াত কেতিয়াও থকা নাছিল বা যিজন আছিল তেওঁ বিখ্যাত পণ্ডিত আৰু সুপুৰুষ ডঃ মেকলিয়ডৰ ছাঁটোহে আছিল। আগত যি আছিল এতিয়া সিথিনিও নাই। মোৰ এতিয়া ভাব হ'ল এনেকি জেৰল্ডও নাই বা তেওঁ কেতিয়াও নাছিল। কেৱল মোক ল'ৰাটো দিবলৈকে হে যেন তেওঁ ক্ষন্তেকৰ বাবে আহিছিল।

আত্মা মৰণশীল হয় নে নহয়, জীৱাত্মা আৰু পৰামাত্মাৰ সম্বন্ধ কি এইবোৰ চিন্তা বা চৰ্চা কৰা বিদুষী ৰমণী মই নহওঁ। তাৰ বিপৰীতে মই এজনী তেনেই সাধাৰণ আৰু পাৰ্থিব তিৰোতা। ঘৰ সংসাৰ লৈয়েই মোৰ চিন্তা। জেৰল্ডেও এবাৰ এইদৰে মোৰ বিষয়ে মন্তব্য দিছিল। ঘৰৰ ভিতৰত দৈনন্দিন কাম-কাজৰ মাজত ব্যস্ত থাকিয়ে মই তৃপ্তি পাওঁ। কলেজত যদিও পঢ়া-শুনাৰ বাবে শ্ৰেষ্ঠ প্ৰতিযোগীৰ বঁটা পাইছিলো মই জানো মই বুদ্ধিজীৱিৰ শাৰীত নপৰো। বঁটা

পাবৰ দিনাখন মোতকৈ বেছি আতংকিত কোনো হোৱা নাছিল। মই সদায় বিলাসীও নহওঁ আৰু মই কেতিয়াও কল্পনাৰ সহায়েৰে কৰ্তব্য নিৰ্দ্ধাৰণ নকৰোঁ।

এইখিনি স্বীকাৰোক্তি এই বাবেই কৰিবলগীয়া হ'ল কাৰণ যোৱা ৰাতি মই মোৰ কোঠাতে জেৰষ্ডক দেখা পাইছিলো। ঘৰটোত মই অকলে আছিলো। কালিয়েই নহয়, বেণী আৰু মেৰী যোৱাৰ দিনৰ পৰাই আজি পাঁচ সপ্তাহ হ'ল মই অকলে আছো। ওচৰৰ মানুহ অৱশ্যে খবৰ লবলৈ আজি-কালি ঘনাই আহি থাকে। ক্ৰচ স্পলডেনও ঘুৰাৰ আহিছে। তেওঁ বেচি পৰ নেথাকে। ৰাতিপুৱা ৰোগী চাবলৈ যোৱাৰ আগেয়ে মোক চাবলৈ আহে। তেওঁৰ ভাষাত মই 'মন মাৰি' থাকো নে নাই তাৰ বুজ লবলৈ আহে।

—আপুনি সুখেৰে আছে নে? যোৱাকালি তেওঁ মোক সুধিছিল।

—মই সুখীও নহওঁ অসুখীও নহওঁ—মই উত্তৰ দিছিলো।

—নিৰ্জনতাৰ মাজত থাকি ভালেই লাগিছে।

তেওঁ মোৰ মুখলৈ চাই প্ৰশ্ন কৰিছিল—চিৰদিনলৈ?

—সম্ভৱ নহয়—মই ক'লো। সম্ভৱ অতীত আৰু ভৱিষ্যতৰ মাজৰ এই সময়খিনিৰ বাবে। মই ক'ব নোৱাৰো। এই অজ্ঞতাৰ বাবেই মই আৰামত আছো।

—তেন্তে একবাৰে অকলশৰীয়া হৈ থকা নাই?

—কেনেকৈ থাকিম? জুনমাহত এই ঘৰতে বিয়া হব দেখোন?

অইন নিশাৰ নিচিনাকৈ যোৱা নিশাও মই সাৰ পাইছিলো। সাৰ পালেই সময়টো জানিবৰ মন যায়। প্ৰতিনিশা প্ৰায় একে সময়তে সাৰ পাওঁ জেৰষ্ডক এৰি আহিবৰ পৰাই মই শুবৰ সময়ত লাইটটো জলাই লওঁ আৰু এখন কিতাপ হাতত তুলি লওঁ। আজি-কালি অৱশ্যে গল্প বা কবিতাৰ পুথি ভাল নলগা হ'ল। বেণী যোৱাৰ পিচত তাৰ কোঠাটো ঠিক কৰি থওঁতে চেল্ফত এখন কিতাপ পাইছিলো, 'আইনষ্টাইনৰ আপেক্ষিকতাবাদ সাধাৰণ পাঠকৰ বাবে' এয়া আছিল পুথিখনৰ নাম। মই নিশ্চয় সাধাৰণ পাঠকেই হয় আৰু সেয়ে পুথিখন মোৰ কোঠালৈ লৈ আহিলো। কিন্তু সাধাৰণ পাঠকৰ বাবে লিখা পুথিখনো মোৰ বাবে এতিয়ালৈকে জটিল হৈ আছে। বোধহয় মই বেচি সাধাৰণ পাঠিকা। মই বৰ কষ্ট কৰি পুথিখন পঢ়িবৰ যত্ন কৰিছো।

যিহওক, চতুৰ্থবাৰ পঢ়ি উঠি মই হঠাৎ পদাৰ্থ আৰু শক্তিৰ (Matter and Energy) মূল সম্বন্ধটো বুজি পালো। উঃ মই নিজকে ক'ব খুজিলো। ক'বলৈ লাজ লাগিছে—বিশেষকৈ ৰাতি যেতিয়া নকলো নিতৰ্ক তেতিয়া নিজৰ লগতে মই

কথা পাতিব ধৰিছো। পদাৰ্থৰ সাৰখিনি শক্তিলৈ ৰূপান্তৰিত কৰিব পাৰি। মই বুজি পাইছো।

যোৱা নিশাৰ আগদিনাখন শুবলৈ যাওঁতে হঠাতে মোৰ এই উপলব্ধিটো হ'ল। আৰু লগে লগে মনত এটি নতুন শক্তি অনুভব কৰিলো। মন আৰু শৰীৰ দুয়োটাই ভালকৈ জিৰণি লৈছিল সিদিনাখন। যেতিয়া সাৰ পালো বেলি ভালেখিনি হৈছে। গোটেই কোঠাটো ৰ'দ পৰি উজলি উঠিছে। মই লৰা লৰিকৈ উঠিলো। আৰু ইটো সিটো কাম কৰি দিনটো ব্যস্ত হৈ থাকিলো। মিচেচ্ ম্যাট বহুপৰলৈ মোৰ লগত থাকিল। দিনটোত যিখিনি কাম কৰিম বুলি স্থিৰ কৰিছিলো সেইখিনি শেষ হোৱাৰ আগেই সন্ধিয়া হ'ল। এতিয়া যিহেতু জেৰল্ড আৰু মই সুকীয়াকৈ থাকিব লাগিব আৰু বেণীও ডাঙৰ হৈ আছিছে মই জীৱনটো অৰ্থপূৰ্ণ কৰি তুলিবলৈ হলে নিতৌ কৰ্তব্য কাম বাচি লব লাগিব যাতে ৰাতি হলে মই ক'ব পাৰো যে দিনটোৰ কামখিনি আচনিমতে মই সম্পূৰ্ণ কৰি অটাইছো। দিনবোৰৰ সমষ্টিয়েই মাহত পৰিণত হব আৰু মাহৰ সমষ্টিয়েই বছৰত পৰিণত হব। এই বছৰৰ সমষ্টিয়েই হ'ল জীৱন।

যোৱা নিশা মই ভাগৰি পৰিছিলো আৰু নিজৰ ওপৰতে খঙো উঠিছিল। কিয়নো দিনটোৰ কামখিনি মই সম্পূৰ্ণ কৰিব নোৱাৰিলো। কিতাপখন নোলোৱাকৈ মই শুবলৈ গ'লো। ঠিক দুই বজাৰ আগে আগে মই সাৰ পালো। মনটো মুকলি লাগিল আৰু নতুন বোধশক্তি লৈ পুথিখন মেলি ল'লো। এনেতে গম পালো যে কোঠাটোত মই অকলে নাই। মই ভয় খোৱা নাছিলো মাত্ৰ এক স্বাভাৱিক আশ্চৰ্য্যত আপ্লুত হৈ পৰিছিলো। বন্ধ কোঠাটোৰ ভিতৰত মোৰ চকুৰ আগত সশৰীৰে সেয়া জেৰল্ড। তেওঁ বুঢা হৈছে আৰু যথেষ্ট খীনাইছে। মুখত বিষাদৰ ছা। চুলিবোৰ চুটি চুটিকৈ কটা আৰু মুখখনো চুটি ডাড়িৰে ভৰা। পিন্ধনত চীনা সাজপাৰ, কিন্তু ভদ্ৰলোকৰ পোছাক এয়া নহয়, সাধাৰণতে ছাত্ৰসকলে এই সাজপাৰ পিন্ধিছিল। ডিঙিলৈকে বুটাম মৰা চোলা এটা গাত। তেওঁ মোলৈ চাই মিচিকিয়াই হাঁহিছিল আৰু ক'লা চকুযুৰি হঠাতে উজলি উঠিছিল। তেওঁ হাত এখন মোলৈ আগবঢ়াই দিছিল নে নাই সঠিক মনত নাই, মই বিচনাৰ পৰা একজাপ মাৰি উঠি চিঞৰি দিলো :

—জেৰল্ড, জেৰল্ড, ওহ্ ডাৰ্লিং !

হঠাৎ তেওঁৰ মুখত গভীৰ বিষাদৰ ছা দেখি মই বৈ দিলো, কিন্তু ই এক মুহূৰ্তৰ বাবে। পিচ মুহূৰ্ততে মই তেওঁক আকোৱালি লবলৈ লৰি গলো, কিন্তু তেওঁ

গুচি গ'ল। তেওঁক য'ত থিয় হৈ থকা দেখিছিলো মই সেই ঠাইতে বৈ গ'লো। কোঠাত তেতিয়া অইন কোনো নাই; মোৰ গুদাভৰিৰে মজিয়াখন চেঁচা চেঁচা লাগিল। মই কঁপি কঁপি বিচনালৈ উভটি আহিলো আৰু তেতিয়াহে মনত ভয় সোমাল। জেৰল্ডক যে মই দেখিছো ইয়াত কোনো সন্দেহ নাই। আৰু তেওঁক মই বৰ্তমানৰ চেহেৰাত দেখা পাইছো। এয়া সপোন হব নোৱাৰে বা স্মৃতিশক্তিৰ কোনো যাদুও নহয়। হোৱা হলে জেৰল্ডক মই এৰি অহা চেহেৰাৰে দেখিলো-হেঁতেন—যি অৱস্থাত চাংহাইৰ বন্দৰত থিয় হৈ তেওঁ আমাক বিদায় দিছিল আৰু জাহাজখন গৈ সাগৰত নোসোমোৱালৈকে আমালৈ চাই আছিল।

এতিয়া তেওঁ ডাঢ়ি ৰাখিছে, চুলি চুটিকৈ ৰাখিছে আৰু এসময়ত বেয়া পোৱা ইউনিফৰ্ম পিন্ধিবলৈ লৈছে। ছাত্ৰসকলে অৱশ্যে এই ইউনিফৰ্ম পিন্ধি গৌৰব বোধ কৰিছিল। জেৰল্ডে ইয়াক কয়েদীৰ ইউনিফৰ্ম বুলি ঘৃণাৰ চকুৰে চাইছিল। এনেকুৱা পৰিৱেশ আৰু পৰিধানত তেওঁক মই কেতিয়াও দেখা নাছিলো। গতিকে এয়া সপোন হব নোৱাৰে। তেওঁৰ আকৃতি আৰু গঠনত পদাৰ্থ শক্তিলৈ ৰূপান্তৰিত হোৱা মই দেখিবলৈ পালোঁ।

ইয়াৰ পিচত টোপনি যোৱাটো আৰু সম্ভৱ নাছিল। মই কাপোৰ সলাই পেলালো আৰু চিৰিয়েদি তলৰ প্ৰকাণ্ড কোঠাটোলৈ গৈ পায়চাৰি কৰিব ধৰিলো। কিছুসময়ৰ মূৰত পাহাৰৰ ওপৰেদি শেঁতা পোহৰ বিৰিঙি অহা চকুত পৰিল। বাহিৰত নিশাৰ অৱসান হ'ল কিন্তু মোৰ মনোজগতত··· ? মই যি দৃশ্য যোৱা নিশা দেখিলো তাৰ অৰ্থ কি ? ই কিহৰ ইঙ্গিত দিয়ে ? জীয়াই থকাৰ নে মৃত্যুৰ ? এই সত্য উদ্‌ঘাটন কৰিবৰ মোৰ কোনো উপায় নাই। তেওঁৰ শেষ চাৱনিটো ইমান করুণ কিয় হৈছিল ? মই সেইটো কেনেকৈ জানিম বাৰু ?

* * *

···আচৰিত কথা যে জেৰল্ডক দেখাৰ পিচতো মই অলপো ভয় খোৱা নাই। মই শোকত ম্ৰিয়মান হৈ পৰিছো, কিন্তু ভয়ত নহয়। জেৰল্ডক মই ভয় কৰিব নোৱাৰো—তেওঁ লাগিলে যি আকৃতি লৈয়ে মোৰ ওচৰলৈ আহক। মই হাঁহি উৰুৱাই দিয়া গল্পবোৰৰ কথা মনত পৰিছে—মৃত লোকসকল কেনেকৈ তেওঁলোকৰ প্ৰিয়জনৰ ওচৰত আহি দেখা দিয়ে। ভূত আৰু প্ৰেতাত্মাৰ কথাবোৰ মই কেতিয়াও বিশ্বাস কৰা নাছিলো। এতিয়াও নকৰো। অৰ্দ্ধচেতন মনৰ ওপৰত দৃষ্টিশক্তিৰ এটা মায়াজাল সৃষ্টি কৰি ই মোৰ বিবেকক প্ৰতাৰণা কৰিছে—মই নিজকে ক'লো। জেৰল্ডক দেখা পোৱা কথা মই কাৰো আগত ভুলিয়াও কিন্তু এনেকৈ

আঁতৰত থকা প্ৰিয়জনৰ দৰ্শন লাভ কৰা আলোচনাত যোগ দিবলৈ মই ভালপোৱা হৈ গ'লো। মিচেচ্ ব্ল্যাটে মই সন্দেহ কৰা সকলো কথাতে বিশ্বাস কৰে। তেওঁ হেনো স্বৰ্গী হোৱা মাকক তিনিবাৰ লগ পাইছে। প্ৰতিবাৰৰ পৰিস্থিতিৰ বিষয়ে মই খুটি-নাটি তেওঁৰ পৰা শুনিছোঁ।

আবেলি আমাৰ নিচেই ওচৰৰ চহৰখনৰ লাইব্ৰেৰীটোলৈ গৈ প্ৰায় আধাডজন মান সপোন আৰু ভূত বিষয়ক পুথি পঢ়িবলৈ আনিলো। মোৰ অলপ লাজ লাগিছিল, কাৰণ মই নিজৰ সন্দেহবাদী মনটো লৈয়ে অতদিনে সন্তুষ্ট আছিলো আৰু অদৃশ্য জগতখনৰ অস্তিত্বও সমূলি বিশ্বাস কৰা নাছিলো। আইনষ্টাইনে সকলো ওলট-পালট কৰি দিলে। মোৰ চকুৰ আগতে যদি বিশুদ্ধ পদাৰ্থ এটা এচটা কাঠ শক্তিলৈ ৰূপান্তৰিত কৰি ছাই, শিখা আৰু তাপলৈ পৰিবৰ্তন কৰিব পাৰি, এটা জীৱন্ত শৰীৰ, এটা উৎকৃষ্ট মন, এটা গভীৰ আৰু আধ্যাত্মিক আত্মা স্বকীয় গুণ নেহেৰুৱাকৈ বেলেগ এজনলৈ ৰূপান্তৰিত কৰিব নোৱাৰিলে? মৃতকৰ প্ৰেতাত্মা-সকলৰ কথালৈ ই মোক লৈ যোৱা নাই, কাৰণ সেইবোৰৰ প্ৰতি মোৰ সন্দেহ এতিয়াও আগৰ দৰেই আছে। চুটি-চাপৰ বৈজ্ঞানিকজনে ইঙ্গিত দিয়া অসীম সম্ভাৱনাবোৰৰ প্ৰতিহে মই আকৃষ্ট হৈছো। তেওঁক মই শ্ৰদ্ধা কৰো। সমগ্ৰ বিশ্বই তেওঁক শ্ৰদ্ধা কৰে। মই এটা অনুসন্ধানত প্ৰবৃত্ত হৈছো, মোৰ প্ৰিয়তমৰ সন্ধান লাগে। জেৰল্ড জীৱিত আছে নে নাই?

* * *

···এই অনুসন্ধানৰ আজি তেনেই সাধাৰণভাৱে যৱনিকা পৰিল, বৰ দুখ লগা ধৰণে সত্যটো উপলব্ধি কৰিলো। অনুসন্ধানৰ আৰু প্ৰয়োজন নাই। কলিকতাৰ ডাকঘৰত পোষ্ট কৰা মেইলানৰ এখন চিঠিয়ে জেৰল্ডৰ মৃত্যুৰ বাতৰি কঢ়িয়াই আনিছে। তাই কলিকতালৈ অহা নাই। পিকিঙতে আছে আৰু তাই প্ৰথম সন্তানৰ জন্ম ক্ষণলৈ অপেক্ষা কৰি আছে। জেৰল্ডৰ সন্তান। কিবা উপায়েৰে তাই চিঠিখন চীনৰ পৰা চোৰাং পথেৰে ভাৰতলৈ পঠিয়াই দিছে। সম্ভৱ ভাৰতীয় কূটনীতিবিদৰ প্ৰতিনিধি দলটোত জেৰল্ডৰ বন্ধু এজন আছিল। তেৱেঁ এইখন গোপনে আনি কলিকতাত পোষ্ট কৰিছিল।

চিঠিখন চুটি আৰু থৰথৰকৈ লিখা। মাজে মাজে আখৰ কিছুমান তিতিছে, সম্ভৱ চকুপানী। মই সেই শব্দবোৰৰ পুনৰ উল্লেখ নকৰো। কাৰণ মই পাহৰিবৰ চেষ্টা কৰিছো আৰু চিঠিখন নষ্ট কৰি পেলাম। ইয়াৰ মূলকথা হ'ল—পিকিঙৰ পৰা পলাই যাব ধৰোঁতে জেৰল্ডক গুলীয়াই হত্যা কৰা হৈছে। তেওঁ যে পলাবলৈ

যত্ন কৰিছিল তাই তাক গম পোৱা নাছিল।—মোৰ বিশ্বাস তেওঁ আপোনাক চাবলৈ হেপাহ কৰিছিল, তাই লিখিছে।—ভাৰতীয় সকলৰ সৈতে তেওঁ ভাৰতলৈ যোৱা মনস্থ কৰিছিল যেন অনুমান হয়।

অৱশ্যে তেওঁৰ ওপৰত সৰ্বদাই নজৰ ৰখা হৈছিল। সিহঁতে কেতিয়াও তেওঁক বিশ্বাস নকৰিছিল। তেওঁৰ ভৃত্যসকলৰ মাজত কোনোবাই তেওঁক বিশ্বাসঘাটকতা কৰিলে নেকি নাজানো। কাপোৰ-কানি বৰ্দ্ধা বয়-বস্তুবোৰ ঠিক-ঠাক কৰাত তেওঁ পাকৈত নাছিল। এইবোৰ কাম সদায় ময়ে কৰিছিলো। হব পাৰে হয়তো চীনা পত্নীজনীক তেওঁ সম্পূৰ্ণ বিশ্বাস কৰিব পৰা নাছিল।

—তেওঁ মোক একোকে কোৱা নাছিল—তাই লিখিছে। বোধহয় মোৰ গাত জগৰ লগাবলৈ তেওঁৰ কোনো অভিপ্ৰায় নাছিল। মুঠতে এই বিষয়ে মই একোৱে নাজানো।

—জেৰল্ডৰ পিচপিনৰ পৰা বাওঁপিনৰ পিঠিলৈ গুলিওৱা হৈছিল ঠিক তেওঁৰ নিজৰ পদুলিমুখ পাৰ হওঁতে। তাতকৈ বেচি তেওঁ আৰু আগবাঢ়িব নোৱাৰিলে। আবেলি প্ৰখৰ ৰ'দ তেতিয়া জিলিকি আছিল। তেওঁ বিশ্ববিদ্যালয়ৰ ক্লাচলৈ বুলি ওলাইছিল। পদলিমুখত থকা দাৰোৱানজন থিয় হৈ আছিল। কুখ্যাত ইউনিফৰ্ম পিন্ধা এজন লোকক আগুৱাই অহা সি দেখিছিল। জেৰল্ড আহি যেতিয়া ওচৰ পালে সেই মানুহজনে পিচপিনৰ পৰাই পিষ্টলেৰে গুলী কৰিলে আৰু নিমিষতে আঁতৰি গ'ল। দাৰোৱানজনে চিঞৰিবলৈ সাহসেই নকৰিলে। দাৰোৱানে দুহাতেৰে জেৰল্ডক তুলি আনি ভিতৰৰ চোতালত থলে। পিচত গেটত তলা লগাই দিলে।

—তেওঁৰ শোৱা কোঠাৰ বাহিৰত আমি মনে মনে তেওঁক কবৰ দিলো, মেইলানে লিখিছে।

পিকিঙত আবেলি ইউনিভাৰ্চিটিৰ ক্লাচলৈ যোৱা সময়ত আমাৰ ইয়াত বাজি দুটা বাজে। তেন্তে! তেন্তে, মই কি বিশ্বাস কৰিম!

মই ক'ব নোৱাৰো। কোনোদিনেই মই ক'ব নোৱাৰিম। এটা কথাই কেৱল মই ক'ব পাৰো যে মোৰ প্ৰিয়তম আৰু জীৱিত নাই। এই পৃথিৱীতে মই যেতিয়ালৈকে জীয়াই থাকিম মই তেওঁৰ মুখ আৰু দেখিবলৈ নেপাম।

* * *

দৈনন্দিন কামৰ মাজত মই নিজকে ব্যস্ত ৰাখিবৰ যত্ন কৰিলো। চিঠিখনৰ উত্তৰ দিবৰ কোনো উপায় নাই। সেইদেখি চিঠিখন মই কালি পেলাইছো।

মনটো অলপ পাতল হোৱাত বেণীলৈ মই লিখিলো যে তাৰ দেউতাক আৰু জীয়াই থকা নাই।

"অনুমান হয় তেওঁ আমাৰ লগলৈ আহিবলৈ দৃঢ় প্ৰতিজ্ঞ হৈছিল। এয়া তেওঁৰ চীনা পত্নীৰো বিশ্বাস। তেওঁ আমাক এৰি বাস কৰিবলৈ যত্ন কৰিছিল, কিন্তু নোৱাৰিলে। অৱশেষত দেশ আৰু ইতিহাসতকৈ প্ৰেমৰ দাবী অধিক শক্তিশালী হৈ পৰিল। এয়ে আমাৰ সান্ত্বনা। মৃত্যুৰ মাজেদি এই বাণীকেই তেওঁ আমালৈ দি পঠিয়াইছে। আমি ইয়াকেই মনত ৰাখিলে যথেষ্ট হব। বেণী, দেউতাৰাক ক্ষমা কৰিবলৈ এয়ে যথেষ্ট। তুমি নিশ্চয় তেওঁক ক্ষমা কৰিবা। তুমি ক্ষমা কৰা শুনিলে মই জীয়াই থকাৰ সাহস পাম, মোৰ জীৱন সাৰ্থক হব।"

এইখিনিতে মই বৈ গ'লো। জেৰল্ডক ঠিক মৃত্যুৰ সময়তে মই যে দেখা পাইছিলো সেই কথা বেণীক জনাম নে নাই ভাবিলো। তেওঁৰ শৰীৰৰ পৰা বাজ হৈয়েই আত্মাটো ঘৰলৈ, মোৰ ওচৰলৈ লৰি আহিছিল এক মুহূৰ্তৰ বাবে দেখা দিবলৈ, কিন্তু চিৰদিনৰ বাবে মোৰ মনত কষ্ট দিবলৈ। পিচত মই স্থিৰ কৰিলো যে বেণীক নজনোৱাই ভাল হব। সি বিশ্বাস নকৰিব আৰু মোৰ বিশ্বাসটোৰো পৰীক্ষা কৰিব মই নিবিচাৰো। কোনো প্ৰয়োজন নাই। মই প্ৰকৃত সত্যটো নজনালৈকে অপেক্ষা কৰিব পাৰিম।

বেণীৰ উত্তৰ লগে লগে আহিল। এখন অতি চুটিকৈ লিখা চিঠি। "মা মই তেওঁক ক্ষমা কৰিছো। মই মুকলি মনেৰে আৰু পৰম শ্ৰদ্ধাৰে তেওঁক ক্ষমা কৰিছো। তুমি নক'লেও মই ক্ষমা কৰিলোহেঁতেন। তাতে তুমি সুখ পোৱা বুলি জানি আৰু ভাল লাগিল। মই মেৰীকো জনাইছো।"

* * *

মোৰ লিখিবলগীয়া কথা শেষ হৈ আহিছে। দৰাচলতে বিশেষ কথা লিখিবলৈ আৰু নায়েই। বসন্ত পাৰ হৈ এয়া গ্ৰীষ্ম কাল পৰিছে। বেণীৰ বিয়াৰ প্ৰস্তুতিৰ বাবে নিতৌ মই প্ৰণালীবদ্ধভাবে কাম কৰি গৈছো। কাইলৈ বেণীৰ বিয়া। বিয়াৰ ব্যস্ততাৰ মাজতে বহুদিন আগেয়ে এই ঘৰত হৈ যোৱা আন এখন বিয়াৰ কথা মোৰ মনত পৰিছে। মই তেতিয়া নিজকে পাহৰি গৈছিলো। এজন ওখ পাতল বিত্তোৎসাহী যুৱকে মোৰ সকলো সত্তা হৰণ কৰিছিল। তেওঁক প্ৰথম দেখিয়ে মোৰ বৰ ভাল লাগিছিল। যৌৱনৰ প্ৰথম প্ৰেমৰ বন্যাই মোক হাত বাউলি মাতিছিল। আজি বেণীক দেখি জেৰল্ডৰ সেই মোহনীয় ৰূপটো নতুনকৈ মনলৈ আহিছে।

গধূলি খোৱা-বোৱা শেষ কৰি মেৰীৰ সৈতে মই ডিচ্‌বোৰ ধুই থাকোঁতে মই কৈছিলো—মেৰী, মাই ডিয়েৰ। মোৰ আশা বেণী দেউতাকৰ নিচিনা এজন আদর্শ প্ৰেমিক আৰু স্বামী হব পাৰিব। দেউতাকৰ গুণখিনি সি আয়ত্ব কৰিছে যেন লাগে।

ওখকৈ মৰমীয়াল ছোৱালীজনীয়ে শান্ত হাঁহি এটি মাৰিলে—মোৰ দৃঢ় বিশ্বাস বেণীয়ে দেউতাকৰ প্ৰকৃত উত্তৰাধিকাৰী হব।

—কেতিয়াবা অৱশ্যে তুই এটা কথা মই দেউতাকক সোঁৱৰাই দিব লগা হৈছিলো—মই ক'লো।

—ময়ো মনত ৰাখিম মা—তাই ক'লে।

এয়ে প্ৰথমবাৰৰ বাবে তাই মোক 'মা' বুলি মাতিলে। মই এক নতুন আনন্দত আপ্লুত হৈ এহাতত ডিচ্ আৰু আনহাতত টাৱেলখন লৈ থিয় হৈ আছিলো। তাই হাঁহি হাঁহি মোৰ কাষলৈ আহি দুহাতেৰে মোক আকোৱালি ধৰি কপালতে চুমা খালে। তাই মোতকৈ ইমানখিনিয়ে ওখ। মই তাইৰ বুকুৰ মধুৰ গোন্ধৰ আস্বাদ পালো। বেণীৰ ভাগ্যৰ কথা ভাবি ভাল লাগিল যে এজনী সুগন্ধ ৰমণী সি লাভ কৰিছে।

*　　　*　　　*

বিয়াৰ দিনাখন বতৰ বেচ ফৰকাল আছিল। জুন মাহত সাধাৰণতে আমাৰ ইয়াত বেছি গৰম নপৰে। ৰাতিপুৱাই গাড়ী এখন লৈ জর্জ বোৱেন আহি ওলাল। মই তেওঁক এয়ে প্ৰথম দেখিলো—ওখকৈ ধুনীয়া যুৱক এজন, মুখত মেৰীৰ দৰেই শান্তভাব। হাতত চামৰাৰ বেগ এটা লৈ নিঃসঙ্কোচে তেওঁ ভিতৰ সোমাই আহিল—যেন আগেয়ে কেবাবাৰো আহিছে। তেওঁৰ চাল-চলন দেখিয়ে মোৰ ভাল লাগি গ'ল। মৰমেৰে বেণীৰ পিঠিত তেওঁ থপৰিয়াই দিলে আৰু ভনীয়েকক কাণত ধৰি টানিলে। পিচত মোক অতি পৰিচিতৰ দৰে মাত লগালে।

—মই আপোনাক খুব ভালকৈ জানো। বেণীক লগপোৱাৰ পিচতে আপোনাক লগ পাবলৈ মই হেপাহ কৰিছিলো।

—বেগটো থোৱা আৰু আমাৰ লগতে ব্ৰেকফাষ্ট টেবুলত বহাহি, মই ক'লো।

—ৰব, মই ইয়াতে পাকঘৰতে হাত-ভূগন ধুই লওঁ, তেওঁ ক'লে।

তেওঁৰ হাতধোৱা ধৰণটো চাই ভাল লাগিল। ঠিক ডাক্তৰৰ দৰে সাৱধানেৰে ধুই লৈছে। জর্জ এজন আধুনিক বৈজ্ঞানিক। আণৱিক শক্তিৰ বিষয়ে তেওঁ গৱেষণা চলাই আছে। বেণীয়ে প্ৰথম তেওঁৰ কথা কওঁতে মোৰ

অলপ ভয়েই লাগিছিল। কিয়নো বৈজ্ঞানিকসকল তীক্ষ্ণ বুদ্ধিৰ, কঠোৰ আৰু সজ্জন মৰমীয়াল নহয় বুলি মোৰ ধাৰণা আছিল। জৰ্জক দেখি মোৰ ভুল ভাগিল।

খোৱা টেবুলত বহি এখন ভৰি আনখনৰ ওপৰেদি পাৰ কৰি তেওঁ যিদৰে থাবলৈ ধৰিলে তালৈ চাই মোৰ মৰম ক্ৰমে বাঢ়িব ধৰিলে। এইজন ককায়েক আৰু ভনীয়েকৰ মৰমৰ মাজত বেণীৰ ভৱিষ্যত নিৰাপদ বুলি জানি আশ্বস্ত হলো।

দিনটোৰ বাকীখিনি প্ৰস্তুতিৰ আয়োজনত জৰ্জেও ঘৰবে এজন হৈ পৰিল। মেৰী আৰু বেণীক তেওঁ কিমান ভালদৰে চিনি পাইছে মোৰ বুজিবৰ বাকী নেথাকিল। তেৱোঁ বেচি জাকজমকতা ভাল নেপাইছিল। আবেলি চাৰি বজাৰ লগে লগে মেৰী আৰু বেণীয়ে ফুৰি আহি ঘৰ সোমাল আৰু দুয়ো নিজৰ নিজৰ বাথৰুমত প্ৰবেশ কৰিলে। মিচেচ ম্যাটে কেইগৰাকীমান ওচৰ চুবুৰীয়া তিৰোতাৰ সৈতে পাকঘৰত লাগি আছে। তাৰ মাজত তাই মোক ঠেলা এটা মাৰি আদেশৰ সুৰত ক'লে—ওপৰলৈ গৈ কাপোৰ সলাই আহক।

—ঠিক আছে, পোন্ধৰ মিনিটৰ বেচি সময় নেলাগিব—মই ক'লো।

ওপৰলৈ গৈ মই মুখ-হাত ধুই নতুন পোছাক পিন্ধিলো। তাৰ পৰা মেৰীৰ দুৱাৰত শব্দ কৰাত তাই ভিতৰলৈ মাতিলে। তাই নতুন কাপোৰ পিন্ধি খিৰিকিৰ কাষত থিয় হৈ পাহাৰখনলৈ চাই আছিল। পিন্ধনত তাইৰ বগা অৰ্গেন্ডি কাপোৰৰ গাউন এটি, মনোমোহা কৈ গুণাৰ কাম কৰা। তাইৰ নিজৰ হাতৰ কাম আৰু সঁচাই তাইক বৰকৈ শুৱাই পৰিছে। ডিঙিত এধাৰি সৰুকৈ সোণৰ চেইন—লকেটটোত বেণীৰ সৰু ফটো এখন সুমুৱাই লৈছে।

—তোমাৰ বাবে ফুলথোপা তলত থৈছো—মই ক'লো। ইয়ালৈ আনিম নেকি ?

নিমন্ত্ৰিত লোকসকল ইতিমধ্যে আহিব ধৰিছে। ধৰ্ম পুৰোহিত গৰাকীও আহি পাইছে। বাতিপুৱা ফুলবোৰ ছিঙি আনি থুপি থুপিকৈ ফুলদানীবোৰ সজাই থৈছো। বাহিৰৰ শীতত আমি গোলাপ ফুল ফুলাব নোৱাৰো। মই বৰ যত্ন কৰি ভিতৰত টাবত কেইজোপামান গোলাপ ৰাখিছিলো। মেৰীৰ বাবে।

—প্ৰিন্স মাদাৰ—তাই ক'লে।

মই লৰালৰিকৈ ওলাই গ'লো। বেণী তাৰ কমৰ পৰা ওলোৱা শব্দ শুনিবলৈ পালো। হাতত গোলাপ ফুলথোপা লৈ মই যেতিয়া উভটি আহিলো—দেখিলো মেৰীৰ হাতদুখনত ধৰি বেণী সন্মুখত থিয় হৈ আছে। মোৰ সকলো দুখ

পলকতে আঁতৰি গ'ল। মোৰ ল'ৰাৰ চকুত যি দৃষ্টি দেখিলো সি মোৰ অতি পৰিচিত। বহুদিন আগেয়ে তাৰ দেউতাকৰ দৃষ্টিত এই চাৱনিকে মই দেখিবলৈ পাইছিলোঁ।

বিয়াৰ আনুষ্ঠানিক কামখিনি অনাড়ম্বৰেৰে পাৰ হৈ গ'ল। মানুহ বেচি মতা নাছিলো, সকলো মিলি ২০/২৫ জন মান হব। বেণী আৰু মেৰীয়ে অভ্যাগত সকলৰ সৈতে বহি কথা পাতি ঘূৰি ফুৰিছিল আৰু হাঁহি হাঁহি আটাইকে সম্ভাষণ জনাইছিল। পিচত দুয়োজনে হাতত ধৰাধৰিকৈ পুৰোহিতৰ ওচৰলৈ গ'ল। পুৰোহিতজনে সৰু পকেট বুকখনৰ পৰা কেইশাৰীমান সাৰুৱা কথা পঢ়ি শুনালে। সিহঁত স্বামী-স্ত্ৰী বুলি স্বীকৃত হ'ল। সমবেত লোকসকলে দৰা-কইনাক আগুৰি ধৰিলে আৰু মই অলপ আঁতৰত থিয় হৈ নীৰৱে চকুলো টুকিলো। সিহঁত দুয়োকে ইমান ধুনীয়া লাগিছে! এনেতে ক্ৰুচ্ স্পল্‌ডেনে একাপ ফলৰ ৰস আনি মোৰ আগত ধৰিলে।

—এই কাপ খাই লোৱাচোন মাই ডিয়েৰ, তেওঁ ক'লে আৰু কাষত থিয় হৈ থাকিল।

মিচেচ্ ম্যাটে বিয়াৰ কেকটো সজাই থৈছিল। বেণীৰ সহায় লৈ মেৰীয়ে কেকটো কাটিলে আৰু আলহীসকলে হাত চাপৰি দি সেই দৃশ্য উপভোগ কৰিলে।

তাৰ পাচত আটায়ে খোৱাত প্ৰবৃত্ত হ'ল। খোৱা-লোৱা চলি থাকোতে সিহঁত দুয়ো এটা সময়ত ওপৰলৈ গ'ল আৰু সান্ধ্য-ভ্ৰমণৰ বাবে কাপোৰ সলাই আহিল। পিচত আলহীসকলৰ পৰা বিদায় লৈ গাড়ীৰ ওচৰত মোৰ বাবে অপেক্ষা কৰি ৰ'ল। বেণীয়ে মোক সাৱট মাৰি দুগালত চুমা খালে আৰু মেৰীয়ে আমাক দুয়োকে সাৱটি ধৰিলে। সিহঁতক খাবলৈ দিলো। আলহীসকলে এজন এজনকৈ মোৰ পৰা বিদায় ল'লে। জৰ্জ বোৱেন শেষলৈকে থাকিল। তেওঁ চকী-মেজবোৰ ঠিক কৰিব ধৰিলে আৰু ডিচ্‌বোৰ মিচেচ্ ম্যাটে পাকঘৰত দিলে। যাবৰ সময়ত মোক গালত চুমা খাই ক'লে—গুড্‌বাই।

—গুড্‌বাই ডিয়াৰ জৰ্জ—মই ক'লো। সঘনে আহি থাকিবা।

—নিশ্চয়, সি ক'লে আৰু অকণো বিচলিত নহৈ সুধিলে।

—এতিয়া যিহেতু আপুনি মেৰীৰ মা হ'ল—ময়ো মা বুলি মাতিব পাৰিমনে?

—কিয় নোৱাৰিবা—মই হাঁহি ক'লো।

সি মিচিকিয়া হাঁহি এটি মাৰি ক'লে,—অবশ্যে তিনিটা ডাঙৰ ডোদা মানুহৰ মা হবলৈ আপুনি বহুত ডেকা হৈ আছে।

—ধেৎ—মই ক'লো।

সি হাঁহিলে আৰু গাড়ীখনৰ ওচৰলৈ গ'ল। ক্ষন্তেকতে দেখিলো তাৰ গাড়ী ধূলিৰ মাজত নেদেখা হৈ গ'ল।

ঘৰত বাকী থাকিল অকল ক্রচ্। তেওঁ গোটেই সন্ধিয়াটো মোৰ লগত থাকিল। বেণীৰ দেউতাক ঢুকোৱা কথা তেওঁ জানিছে। বেণীয়ে তেওঁক জনাইছে আৰু জনোৱা বুলি বেণীয়ে মোকো কৈছে। বেণীয়ে নোকোৱা হলেই মই ভাল পালোহেঁতেন।

—তুমি কেনেকৈ ক'লা কথাটো? মই তাক সুধিছিলো।

—মই কৈছিলো—দেউতাৰ পিকিঙত মৃত্যু হৈছে। মা আৰু মই কেতিয়াও চীনলৈ উভটি নৈযাওঁ। মা ভাৰমণ্টতে থাকিব, কিন্তু ইয়াত কোনো লেবৰেটৰী নাই যেতিয়া মই আৰু বেণী ইয়াত থকা সম্ভৱ নহব।

—পুৰুষ মানুহে তাৰ কৰ্মক্ষেত্ৰলৈ যাবই লাগিব, ক্রচে সন্মতি জনাই কৈছিল।

—আপোনাৰ কৰ্মক্ষেত্ৰ কিন্তু এই ঠাইতেই, বেণীয়ে তপৰাই যোগ দিছিল। আৰু আপুনি মোৰ বন্ধু হৈ থাকিব লাগিব।

—মোৰো সেয়ে ইচ্ছা। মাৰাই যদি আৰু ইচ্ছা কৰে তাতো মই সাজু—ক্রচে কৈছিল।

এই কথাখিনি আজি কেইদিনমান আগেযে ক'বৰ সময়ত বেণীয়ে পোনে পোনে মোৰ চকুলৈ চাই এটা জটিল প্রশ্ন কৰিছিল—তুমি যদি ক্রচক বিয়া কৰাবলৈ স্থিৰ কৰা মই বৰ সুখী হম।

—ওহ্ বেণী, ই অসম্ভৱ—মই লগে লগে উত্তৰ দিছিলো। তেনে কথা তুনাই নক'ৰা।

—মই নকওঁ বাৰু, সি কৈছিল। মই মাথোঁ ইয়াকে ক'ব বিচাৰিছোঁ যে তুমি যদি সেইদৰে সিদ্ধান্ত লোৱা মই অকণো বেয়া নেপাওঁ।

ইয়াৰ উত্তৰত মই একো কোৱা নাছিলো আৰু সম্ভৱ ভবিষ্যতেও একো ক'ব নোৱাৰিম। মই নেজানো। এতিয়াই স্থিৰ কৰিবৰ সময় হোৱা নাই আৰু মোৰ বিশ্বাস এইটো স্থিৰ কৰিবৰ সময় কেতিয়াও নহব।

তথাপি আজি নিৰ্জন সন্ধিয়াত ক্রচক কাষত পাই ভালেই লাগিছিল। আৰামী চকীখনত মই বহি আছিলো। ওচৰতে ক্রচে তেওঁৰ পাইপত অগ্নিসংযোগ কৰি বহিছিল। দুয়োৰে মাজত সৰু টিপয় এখনৰ ব্যৱধান। এজনৰো মুখত কথা নাই। মোৰ মন গৈছিল জেৰল্ডৰ কথা ক'বলৈ, পিকিঙৰ ঘৰটোৰ কথা আৰু মোৰ

জীৱনত ঘটা সকলোখিনি ক'বলৈ। জুৰ বতাহ এছাটি বলি পাইন গছৰ পাতৰ মৈতে সঙ্গীতৰ সৃষ্টি কৰিছিল। মই ৰেণীৰ কথাও ভাবিছিলো—তাৰ জন্মৰ কথা। লগে লগে মনত পৰিল মেইলানৰ কথা। বেচেৰী জুই এদিনতে সন্তানৰ মাক হব। কিন্তু অৱশেষত একোৱে কোৱা নহ'ল। আলোচনাতকৈ মৌনতাই বেচি মধুৰ লাগিছিল। এনেতে ক্রুচ উঠিল আৰু 'গুড্ নাইট' বুলি বিদায় ল'লে।

—ধন্যবাদ, ডিয়েৰ ক্রুচ, মই ক'লো। তুমিয়ে এতিয়া মোৰ একমাত্র বন্ধু।

তেওঁ বহুপৰলৈকে মোৰ হাতখন ধৰি থাকিল।

—সেয়ে হব—কিন্তু বৰ্ত্তমানৰ বাবেহে মাথোন—তেওঁ ক'লে। মোৰ হাতখন নি তেওঁ নিজৰ গালত থলে। তেওঁৰ গালখন মিহি আৰু চেঁচা লাগিল। আচৰিত কথা, মোৰ মনটো কোঁচখাই নগল। তেওঁ কিন্তু পুনৰ কথা নকৈ গুচি গ'ল। তেওঁ যোৱাৰ পিচত মই বৰ ক্লান্ত অনুভৱ কৰিলো আৰু শোৱা কোঠালৈ খোজ ললো।

* * *

কেবাদিনো অতিবাহিত হৈ গ'ল। ৰেণী আৰু মেৰী গ্রীষ্মৰ বন্ধত ঘৰলৈ আহিবৰ সময় হ,ল। পিকিঙৰ পৰা আৰু এখন চিঠি পাইছো।

মেইলানে লিখিছে—আপোনাক জনোৱা মোৰ কৰ্ত্তব্য যে মই এতিয়া এটি ল'ৰাৰ মাক। সি দেউতাকৰ নিচিনা হৈছে। তাৰ ৰং বগা, চুলিবোৰ বৰ মিহি আৰু ক'লা। বেচ শকত। মায়ে কৈছে যে সি হেনো ওখ হব। এনেকুৱা সন্তান লাভ কৰি মই আশ্চৰ্য্যবোধ কৰিছো। দেউতাকৰ কাৰণে আৰু আপোনাৰ কাৰণে মা আৰু মই দুয়ো প্রাণপণে যত্ন কৰি তাক ডাঙৰ কৰিম।

মোৰ কাৰণে? তাইৰ ল'ৰাৰ বাবে মোৰ কি কৰিবলগীয়া আছে? এটা অদ্ভুত প্রশ্ন। এই প্রশ্নৰ উত্তৰ কেনেকৈ দিম নেজানো। পিচত মোৰ মনত পৰিল এই কেচুৱাটো ৰেণীৰ বৈমাত্রেয় ভাই। হব পাৰে সিঁহতৰ কেতিয়াবা দেখা সাক্ষাৎ হব। দুয়োৰে মাজত কিমান অমিল হব? কিমান মিল হব?

জীৱন আৰু প্রকৃতিৰ নিয়ম অতি গভীৰ আৰু ৰহস্যময়। তাক বুজা টান। যুদ্ধ আৰু হিংসাৰ মাজতো প্রেমৰ কাম গোপনে আগবাঢ়ে আৰু আমাক ৰক্তৰ বান্ধোনেৰে আবদ্ধ কৰি ৰাখে, তেহেলৈ এই প্রেমে স্বীকৃতি লাভ কৰকেই বা নকৰক।

* * *

বাবা, তুমিয়েতো এইবোৰ আৰম্ভ কৰিছিলা। তোমাৰ নিশ্চয় মনত আছে

সেই কথা। তুমি ভাল পোৱা মিস্ত'জ মাৰ্কিন ছোৱালীজনীয়ে যেতিয়া তোমাৰ পিকিঙলৈ যাবলৈ অনিচ্ছা প্ৰকাশ কৰিছিল তুমি সেই প্ৰেমক ভৰিৰে মোহাৰি পেলালা। পিকিঙলৈ গৈ আন এজনী নাৰীৰ পাণিগ্ৰহণ কৰিলা, অথচ তেওঁক অন্তৰেৰে ভাল নেপালা। সেই নাৰীয়ে কিন্তু তোমাক ভাল পাইছিল আৰু তোমাক পুত্ৰসন্তান উপহাৰ দিছিল। সেই পুত্ৰক যেতিয়া মই দেখিলো মই জীৱনৰ সকলোখিনি উদঙাই দি ভাল পাই পেলালো, তেওঁৰ লগত মই পিকিঙলৈ গলো। আৰু তেওঁৰ চহৰখনকে মোৰ চহৰ বুলি সাৱটি ললো। অৱশেষত সেই চহৰখনে মোক খেদি পঠিয়ালে আৰু চিৰদিনৰ বাবে মোক প্ৰিয়তমৰ পৰা নিলগত ৰাখিলে, তথাপি দুজন নাতি ল'ৰাৰ জন্ম হ'ল, দুয়োজন তোমাৰেই নাতি। দুয়ো এতিয়া দুখন জগতত বাস কৰে। হলেও যিহেতু সিহঁতৰ বংশ একেই, এদিন সিহঁতে এই বংশ পৰিচয়ৰ কথা গম পাব।

হয় নে নহয় বাবা? তোমাৰ মনৰ কথা কি কোৱাচোন বাবা? তুমিনো পাহাৰৰ ওপৰৰ পাইন গছজোপাৰ তলত কিমান দিন এইদৰে মৌন হৈ থাকিবা, বাবা?

□□□